# চিকিৎসা-বিজ্ঞানৰ ইতিহাস

ডাঃ মথুৰানাথ ভট্টাচাৰ্য্য

অসম সাহিত্য সভা

পৰিচয় গ্ৰন্থমালা (৪)

# চিকিৎসা–বিজ্ঞানৰ ইতিহাস

লেখক :

ডাঃ মথুৰানাথ ভট্টাচাৰ্য্য

প্ৰাক্তন অধ্যক্ষ

অসম চিকিৎসা মহাবিদ্যালয়,

ডিব্ৰুগড়

অসম সাহিত্য সভা

১৯৭৭

CIKITSA-BIJNANAR ITIHASH : By Dr. M. N. Bhattacharyya, Ex-Principal, Assam Medical College. Dibrugarh, published by Dr Hemanta kumar Sarmah, M. A, Ph. D., General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-785001, Assam, first edition, 1977.

চিকিৎসা-বিজ্ঞানৰ ইতিহাস

প্ৰকাশক :

ড° হেমন্তকুমাৰ শৰ্মা, এম-এ, পি-এইচ-ডি.

প্ৰধান সম্পাদক,

অসম সাহিত্য সভা

কেন্দ্ৰীয় কাৰ্যালয় :

চন্দ্ৰকান্ত সন্দিকৈ ভৱন, যোৰহাট-৭৮৫০০১

গুৱাহাটী কাৰ্যালয় :

ভগৱতীপ্ৰসাদ বৰুৱা ভৱন, গুৱাহাটী-৭৮১০০১

প্ৰথম তাঙৰণ : জুন, ১৯৭৭



বেচ : পাঁচ টকা মাথোঁ

মূদ্ৰক :

ভাৰতী প্ৰেছ,

তৰাজান, যোৰহাট-৭৮৫০০১

অসমীয়া ভাষা- সাহিত্যৰ অনুৰাগীসকলৰ
হাতত দিলোঁ

## প্ৰধান সম্পাদকৰ নিবেদন

বৰ্তমান যুগত কোনো এটি বিষয়ে বিশেষ জ্ঞান লাভ কৰাৰ লগতে সাহিত্য, দৰ্শন, সংগীত, বিজ্ঞান, ৰাজনীতি আদি বিষয়সমূহৰ প্ৰাথমিক জ্ঞান আহৰণ কৰাটোও প্ৰয়োজনীয়; কিন্তু অসমীয়া ভাষাত বিভিন্ন বিষয়ৰ প্ৰাথমিক জ্ঞান দিব পৰা কিতাপৰ অভাৱ অসম সাহিত্য সভাই বহুদিনৰপৰা অনুভৱ কৰি আহিছে। অসম সাহিত্য সভাৰ মাননীয় সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাদেৱে টিহু সন্মিলনত সভাপতিৰ ভাষণত বিভিন্ন বিষয়ৰ পৰিচয়জ্ঞাপক গ্ৰন্থ প্ৰকাশৰ এটি প্ৰস্তাৱ আগবঢ়ায়। পিছত অসম সাহিত্য সভাৰ ১৯৭৬-৭৭ চনৰ কাৰ্যনিৰ্বাহক সমিতিয়ে সেই প্ৰস্তাৱৰ মৰ্মে "পৰিচয় গ্ৰন্থমালা" নাম দি এলানি গ্ৰন্থ বিভিন্ন বিশেষজ্ঞৰদ্বাৰা যুগুত কৰাই প্ৰকাশ কৰাৰ সিদ্ধান্ত লয়। এই মৰ্মে এই বছৰত পাঁচখন গ্ৰন্থ প্ৰকাশৰ দিহা কৰা হৈছে। এই গ্ৰন্থকেইখনিৰ আভাস শ্ৰদ্ধেয় সভাপতি ডাঙৰীয়াই আগকথাত দিছে। তদুপৰি তেখেতে গ্ৰন্থকেইখন প্ৰকাশৰ ক্ষেত্ৰত নানা প্ৰকাৰে যত্ন লৈছে। সেই কাৰণে তেখেতৰ প্ৰতি আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ। অসম সাহিত্য সভাৰ অনুৰোধক্ৰমে এই গ্ৰন্থখনি ডিব্ৰুগড় মেডিকেল কলেজৰ প্ৰাক্তন অধ্যক্ষ আৰু বিশিষ্ট চিকিৎসক ডাক্তৰ মথুৰানাথ ভট্টাচাৰ্যদেৱে তেখেতৰ কৰ্মব্যস্ততাৰ মাজতে লিখি দিয়া কাৰণে অসম সাহিত্য সভাৰ হৈ তেখেতৰ শলাগ ল'লোঁ। কম সময়ৰ ভিতৰতে পুথিখন ছপাই

উলিয়াই দিয়া কাৰণে ভাৰতী প্ৰেছৰ গৰাকী আৰু কৰ্মীবৃন্দ আমাৰ ধন্যবাদৰ পাত্ৰ।

পুথিখনে পঢ়ুৱৈৰ সমাজৰ সমাদৰ পালে কৃতাৰ্থ হ'ম।

১০ জুন, ১৯৭৭ হেমন্তকুমাৰ শৰ্মা
ভগৱতীপ্ৰসাদ বৰুৱা ভৱন প্ৰধান সম্পাদক
গুৱাহাটী-১ অসম সাহিত্য সভা

# আগকথা

শিক্ষিত নাগৰিক মাত্ৰেই নিজৰ বিশেষ অধ্যয়নৰ উপৰিও বিজ্ঞান, দৰ্শন, সাহিত্য-কলা আদি বিভিন্ন বিষয়ৰ সাধাৰণজ্ঞান অতি প্ৰয়োজনীয় বুলি ভাৱে। সাহিত্য-সৃষ্টি আৰু সাহিত্য অৱদানৰ কাৰণেও এনে জ্ঞান অপৰিহাৰ্য। আমাৰ সভাপতিৰ অভিভাষণত সাহিত্য সভাৰদ্বাৰা সকলোৱে সহজে পাব পৰা পৰিচয়গ্ৰন্থ প্ৰচাৰৰ প্ৰস্তাৱ এটি আগবঢ়োৱা হৈছিল। কাৰ্য-নিৰ্বাহক সমিতিয়ে এই প্ৰস্তাৱ গ্ৰহণ কৰি 'পৰিচয় গ্ৰন্থমালা' নাম দি এশাৰী গ্ৰন্থ উপযুক্তলোকৰদ্বাৰাই প্ৰণয়ন কৰাই প্ৰকাশ কৰিবলৈ স্থিৰ কৰে।

এই গ্ৰন্থমালাৰ প্ৰথম গ্ৰন্থ 'ধ্বনি আৰু ৰসতত্ত্ব' অধ্যাপক ডং মুকুন্দমাধৱ শৰ্মাৰ ৰচনা। ডং শৰ্মাই সংস্কৃত কাব্য ৰচনাৰ উদাহৰণ দি আৰু আৱশ্যকমতে অসমীয়া ভাষাৰপৰাও দৃষ্টান্ত দি ধ্বনি আৰু ৰস সম্পৰ্কে আলোচনা কৰিছে আৰু লগতে কাব্য-সম্বন্ধে ভাৰতীয় চিন্তাৰ বিভিন্ন প্ৰস্থানৰ কথাও উনুকিয়াই গৈছে। বহুত কথা সামৰি লোৱা এনে পুথি অসমীয়া ভাষাত এয়ে প্ৰথম বুলি ক'ব পাৰি।

দ্বিতীয় গ্ৰন্থ 'নৃতত্ত্বৰ চমু আভাস' ডং ভুবন মোহন দাসৰ ৰচনা। এই গ্ৰন্থত বিশেষজ্ঞ পণ্ডিত গৰাকীয়ে আবয়ৱিক,

সামাজিক, সাংস্কৃতিক, আদি নৃতত্ত্বৰ বিভিন্ন বিষয়ৰ আলোচনা কৰিছে। এইখনিকো বাটকটীয়া পুথি বুলিব পাৰি।

তৃতীয় গ্ৰন্থ 'অসমীয়া সংগীতৰ ঐতিহ্য' ড° বীৰেন দত্তৰ ৰচনা। এই গ্ৰন্থত সংগীতজ্ঞ গ্ৰন্থকাৰে অসমীয়া সংগীতৰ বিভিন্ন শাখা সম্পৰ্কে উপযুক্ত উদাহৰণ দি মনোগ্ৰাহী আলোচনা কৰিছে। এখনি চমু পুস্তিকাত এনে ধৰণে অসমীয়া সংগীতৰ কথা আগতে লিখা হোৱা নাই। আমাৰ পাঠক সমাজে পুথিখনি আদৰেৰে গ্ৰহণ কৰিব বুলি বিশ্বাস।

চতুৰ্থ পুথি অসমৰ খ্যাতনামা চিকিৎসক, অসম মেডিকেল কলেজৰ প্ৰাক্তন অধ্যক্ষ ডাঃ মথুৰানাথ ভট্টাচাৰ্যৰ 'চিকিৎসা-বিজ্ঞানৰ ইতিহাস'। পণ্ডিত আৰু অভিজ্ঞ চিকিৎসক গৰাকীয়ে আয়ুৰ্বেদকো সামৰি লৈ চিকিৎসা-বিদ্যাৰ এটি তথ্যপূৰ্ণ আৰু শিক্ষাপ্ৰদ বুৰঞ্জী দাঙি ধৰিছে। জিজ্ঞাসু পাঠক আৰু ছাত্ৰ সকলোৱেই এই পুথিৰপৰা উপকৃত হ'ব।

পঞ্চম গ্ৰন্থ 'চাহৰ কথা' ড° দীননাথ বৰুৱাৰ ৰচনা। এই গৰাকী লোকে চাহ খেতিৰ সম্পৰ্কে বিস্তীৰ্ণ অধ্যয়ন আৰু গৱেষণা কৰিছে। তেখেতৰ গ্ৰন্থত চাহৰ উৎপত্তি, চাহ খেতি আৰু চাহ-উৎপাদনৰ পদ্ধতি, অসম আৰু অসমৰ বাহিৰত চাহৰ খেতি প্ৰভৃতি চাহৰ বিভিন্ন দিশৰ সম্পৰ্কে ভালেখিনি তথ্য দাঙি ধৰা হৈছে। চাহৰ সম্পৰ্কে আমাৰ ভাষাত এই ধৰণৰ পুথি ওলোৱা নাই।

জ্ঞানৰ পৰিসৰ বঢ়োৱাত বৰঙনি যোগোৱা বাবে এই আটাইকেউজন পণ্ডিতলোকৰ ওচৰত অসম সাহিত্য সভা কৃতজ্ঞ।

আশা কৰোঁ অসম সাহিত্য সভাৰ ভৱিষ্যত কৰ্মকৰ্তাসকলে এই পৰিচয় গ্ৰন্থমালাত বিভিন্ন গ্ৰন্থ সংযোজনৰ ব্যৱস্থা কৰিব।

যোৰহাট
১ মাঘ, ১৮৯৮ শক

শ্ৰীযজ্ঞেশ্বৰ শৰ্মা
সভাপতি, অসম সাহিত্য সভা

## লেখকৰ একাষাৰ

সুস্থ, প্ৰগতিশীল সমাজৰ উত্তৰোত্তৰ উন্নতিকল্পে সুদৃঢ় আধাৰশিলা স্থাপনৰ প্ৰয়োজন আৰু এনে কাৰ্যৰবাবে সমাজত প্ৰশস্ত মন আৰু সুস্থ বুদ্ধি-সম্পন্ন মানুহৰ আৱশ্যক। জীৱনৰ বিভিন্ন দিশৰ জ্ঞানেৰে নিজকে সমৃদ্ধিশালী কৰিব নোৱাৰিলে বাঞ্ছিত ফল লাভ কৰিব নোৱাৰি। মনৰ দিগ্‌বলয় উদ্‌ভাসিত হ'লে যি কোনো বিষয়ত আকাশচুম্বী সৌধ ৰচনা কৰিব পাৰি। সংসাৰৰ চাকনৈয়াত হাবু-ডুবু খোৱাজনে অনন্তপাৰ শাস্ত্ৰ অধ্যয়ন কৰিবলৈ সময়-সুবিধাৰপৰা বঞ্চিত হয়। অসম সাহিত্য সভাই সুলভ মূল্যত বিভিন্ন বিষয়ৰ ক্ষুদ্ৰ পুস্তক প্ৰকাশ আঁচনি গ্ৰহণ কৰাত আমাৰ শ্ৰদ্ধাভাজন হৈছে। ভৰসা, এই প্ৰচেষ্টাই জনসাধাৰণৰ মনৰ খোৰাক যোগাব পাৰিব।

অসম সাহিত্য সভাৰ ভূতপূৰ্ব সভাপতি শ্ৰদ্ধাভাজন শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাদেৱে চিকিৎসা-বিষয়ক এখনি সহজ-পাঠ্য ক্ষুদ্ৰ পুস্তকৰ যোগান ধৰিবলৈ ক'লে। তাৰেই ফল "চিকিৎসা-বিজ্ঞানৰ ইতিহাস" নামৰ ক্ষুদ্ৰ পুস্তকখনি। এই বিষয়ৰ কিতাপ আমাৰ ভাষাত প্ৰকাশ পোৱা নাই। আশাকৰোঁ এই কিতাপখনৰ অধ্যয়নে পঢ়ুৱৈ সমাজক চিকিৎসা-বিজ্ঞানৰ আতি-গুৰি সম্বন্ধে আভাস দিব। যদি ইয়াৰ অধ্যয়নে মনত অনুসন্ধিৎসা জগাই তুলি এই বিষয়ে বিশদ চৰ্চা কৰিবলৈ

কোনো এজন জ্ঞানলিপ্সুককো প্ৰেৰণা যোগাব পাৰে, তেনেহলে আমি নিজকে কৃতাৰ্থ মানিম। এই পুথি প্ৰকাশকৰ বাবে বিভিন্ন প্ৰকাৰে সহায় কৰোঁতা অসম সাহিত্য সভাৰ ভূতপূৰ্ব প্ৰধান সম্পাদক শ্ৰীযুত নগেন শইকীয়ালৈ মোৰ আন্তৰিক কৃতজ্ঞতা থাকিল।

অসম সাহিত্য সভাই আমাৰ জাতীয় জীৱনত ভোটা তৰাৰদৰে থাকি, তমসাবৃত, উদ্বেলিত, তৰংগময় জীৱনসমুদ্ৰত শুদ্ধপথ প্ৰদৰ্শন কৰক, এয়েই আমাৰ প্ৰাৰ্থনা।

অসম সাহিত্য সভা চিৰঞ্জীৱী হওক।

১ বহাগ, ১৮৯৯ শক
ডিব্ৰুগড়

ডাঃ মথুৰানাথ ভট্টাচাৰ্য্য

## সূচী পত্ৰ

## উপক্ৰমণিকা

ৰোগৰপৰা মুক্তি পাবলৈ সকলো জীৱই যত্ন কৰে। শৰীৰৰ কোনো স্থানত আঘাত লাগিলে গৰু-ঘোঁৰা, কুকুৰ, মেকুৰী আদি জন্তুৱে চেলেকি সেই কষ্ট লাঘৱ কৰে; অনিষ্টকৰ বস্তু খালে কুকুৰ-মেকুৰীয়ে গছ-বনৰ পাত খাই বমি কৰে; হাড় ভাগিলে জন্তুৱে বিশ্ৰাম লয়; ইত্যাদি নানা উপায়েৰে জীৱ-জন্তু ৰোগৰপৰা মুক্তি পাবলৈ যত্নবান হয়। আদিম মানৱৰ সমস্যা আছিল আহাৰ, আশ্ৰয় আৰু প্ৰজনন এই সমস্যাবোৰৰ সন্মুখীন হোৱা অতীজৰ আদিম মানৱে সিবোৰৰ সমাধানৰ কাৰণে যথেষ্ট সময় নাপাইছিল; জীৱ-জন্তুৰ প্ৰচেষ্টাতকৈ সিহঁতৰ ক্ৰিয়া-কাণ্ড বেছি অগ্ৰসৰ হোৱা নাছিল। মন সম্পন্ন মানৱ জাতি বুদ্ধি-বিবেচনাযুক্ত; সেয়েহে মানুহ আন জন্তুতকৈ পৃথক। সময়ৰ সোঁতত মনৰ ক্ৰিয়াৰ ফলত বুদ্ধি-বিবেচনা উদ্ভাসিত হ'বলৈ ধৰাৰ লগে লগে গুহাবাসী মানৱে জীৱ-জন্তু চিকাৰৰপৰা আহাৰৰ যোগান ধৰাতকৈ খেতি-বাতি কৰি আহাৰ্য বস্তুৰ উৎপাদন কৰাই শ্ৰেয় বুলি খেতিতেই মনোনিৱেশ

কৰিবলৈ ধৰিলে। ইয়াৰপৰা মানুহে অলপ আহৰি পোৱা হ'ল আৰু তেতিয়া শৰীৰৰ ক্লেশ নিৰাময় কৰিবলৈ উপায় বিচাৰিবলৈ ধৰিলে। পাৰিপাৰ্শ্বিক অৱস্থাৰ সলনি হোৱাৰ লগে লগে ৰোগৰ প্ৰকাৰো ক্ৰমে সলনি হ'ল আৰু সিবোৰৰ-পৰা মুক্তি পাবলৈয়ো বিভিন্ন উপায়ৰ সাল-সলনি হ'ল। গতিকে দেখা যায় যে মানৱ জাতিৰ সভ্যতা-সংস্কৃতিয়ে ৰোগৰ কাৰণ-ধৰণৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে আৰু তাক নিৰ্ণয় কৰে; মানুহৰ চিকিৎসা-বিষয়ক বিবেচনা আৰু প্ৰচেষ্টাও এনেদৰেই প্ৰভাৱিত হয়। মানৱ জাতিৰ সভ্যতা-সংস্কৃতিৰ বৃহৎ বৃক্ষৰ চিকিৎসা-বিজ্ঞান হৈছে এডাল ফল-ফুলেৰে জাতিস্কাৰ বৃহৎ শাখা।

চিকিৎসা-বিজ্ঞান হৈছে সকলো বিজ্ঞানতকৈ পুৰণি; ইয়াৰ পিছতহে অংক শাস্ত্ৰ আৰু জ্যোতিষ বিজ্ঞান। চিকিৎসা-বিজ্ঞানৰ ইতিহাস আৰু মানৱ সভ্যতাৰ ইতিহাস প্ৰায় একে সময়তেই আৰম্ভ হৈছে। মানৱ জাতিৰ সভ্যতা-সংস্কৃতিৰ পৰম্পৰা, বৰ্ধন আৰু ব্যাপ্তিৰ বিষয়ে সম্যকভাৱে অধ্যয়ন কৰি ভৱিষ্যত পথৰ সন্ধান দিবলৈ হ'লে চিকিৎসা-বিজ্ঞানৰ গুৰিৰপৰাই ক্ৰমবিকাশৰ বিষয়ে আহৰণ কৰা জ্ঞানতত্ত্বৰ অবিহণাৰ বিষয়ে জনা দৰকাৰ। উইন্‌ষ্টন্ চাৰ্চিলে কৈছিল যে যিমানেই অতীতৰ জ্ঞান আহৰণ কৰিব পাৰিবা সিমানেই ভৱিষ্যতে আগুৱাই যাব পাৰিবা। বৰ্তমান আৰু ভৱিষ্যতৰ সঁচাৰ-কাঠী হৈছে অতীত।



"There is a history in all mens' lives,
Figuring the nature of the times deceased;
The which observed, a man may prophesy,
With a near aim, of the main chance of things
As yet not come to life."

চিকিৎসা-বিজ্ঞান আৰু চিকিৎসকৰ বিষয়ে সঠিক বুজ ল'বলৈ হ'লে মানৱ জাতিৰ ক্ৰমবিকাশৰ পৰিপ্ৰেক্ষিতত চিকিৎসা-বিজ্ঞানৰ বিচিত্ৰতাময় অতীত কাহিনীৰ বিষয়ে জ্ঞান আহৰণ কৰা প্ৰয়োজন। এনে অধ্যয়নে আমাক চিকিৎসা-বিজ্ঞানৰ নীতি-জ্ঞানৰ বিষয়ে সজাগ কৰে; তেতিয়া আমি অতীতৰ মহৎ কাৰ্যাৱলীৰ সম্বন্ধে গৰ্ব অনুভৱ কৰোঁ। এনে অধ্যয়নৰপৰা নতুন নতুন ৰোগৰ কাৰণ নিৰ্ণয়ৰ কাৰণে ইংগিত পোৱা যায় আৰু ৰোগৰ চিকিৎসাও সুগম হয়। চিকিৎসা-শাস্ত্ৰৰ বিভিন্ন মতবাদবোৰ আৱেগহীনভাৱে বিচাৰ কৰাত এনে অধ্যয়নে সহায় কৰে। আদিম মানৱ জাতিৰ বাহিৰেও শিক্ষিত মানুহৰ মাজতো পুৰণি নিয়ম-কানুন, ৰীতি-নীতিৰ প্ৰচলন দেখা যায়। বসন্ত বা নুতি ওলালে এতিয়াও বহু মানুহে ঔষধ ব্যৱহাৰ নকৰে; নৱজাত শিশুক খালী মাটিতেই শুৱাই থোৱা হয়; প্ৰসৱৰ পিছত মাকৰ আহাৰ-পাতিত বহুতো অবৈজ্ঞানিক নিষিদ্ধ ৰীতি আৰোপ কৰা হয়; ইত্যাদি বৈজ্ঞানিক মত-বিৰোধী প্ৰথা সদায় চকুৰ আগত

পৰে। এইবোৰ প্ৰথা বেয়া, অবৈজ্ঞানিক বুলি উপলুঙা কৰি কোনো চিকিৎসকেই কৃতকাৰ্যতাৰে ৰোগৰ চিকিৎসা কৰিব নোৱাৰে। এনেবোৰ পুৰণি ৰীতি-নীতিৰ লগত নিজকে পৰিচয় কৰি লৈ ৰোগীৰ অনুভূতিৰ ওপৰত আঘাত নিদি আধুনিক চিকিৎসাৰ ব্যৱস্থা কৰিব পাৰিলেহে কৃতকাৰ্য হ'ব পৰা যায়। ৰোগৰপৰা মুক্তি লাভ কৰাতকৈ ৰোগাক্ৰান্ত নোহোৱাই শ্ৰেয়ঃ; ব্যক্তিগোটৰ চিকিৎসাতকৈ সামূহিক চিকিৎসাহে বেছি ফলপ্ৰদ; এনে ভাৰধাৰা চিকিৎসা-বিজ্ঞানৰ ইতিহাস অধ্যয়নৰ কাৰণেহে জন্ম পাইছে। এনে অধ্যয়ন মানৱ জাতিৰ সুখ-শান্তিৰ সঁফুৰা। বৰ্তমানৰ কিঞ্চিৎ কৃতকাৰ্যতাৰ কাৰণে অতীজৰ মহত্বক পাহৰি গ'লে এটা দুৰ্ভাগ্যৰ কথা হ'ব। "...the little present must not be allowed wholly to elbow the great past out of views."

---

## প্ৰাক্-ঐতিহাসিক মানৱ

প্ৰাক্-ঐতিহাসিক মানৱৰ আচাৰ-ব্যৱহাৰ, জীৱন নিৰ্বাহ আৰু সমাজৰ বিষয়ে কোনো লিখিত বিৱৰণ পোৱা নাযায়, কিন্তু এই বিষয়বোৰৰ সম্বন্ধে গুহাত পোৱা চিত্ৰাংকন, পাথৰৰ অস্ত্ৰ-শস্ত্ৰ, মানুহৰ কংকাল আৰু মধ্য অষ্ট্ৰেলিয়া, মালয়েচিয়া, আফ্ৰিকা আৰু দক্ষিণ আমেৰিকাত বাস কৰা সেই যুগৰ মানুহৰপৰা বহুতো উমান পোৱা যায়। সেই সময়ৰ চিকিৎসা-সম্বন্ধেও এনেবোৰ মূলৰপৰাহে কিছুমান তথ্য সংগ্ৰহ কৰা হৈছে। পাইৰেনিজ পৰ্বতৰ গুহাত এজন চিকিৎসকৰ চিত্ৰ আছে—তেওঁৰ হাত-ভৰিত নানাধৰণৰ আঁক-বাঁক, গাত জন্তুৰ ছাল, মূৰত দুটা শিং আৰু হাতত জন্তুৰ মূৰ। বহুতো ছিদ্ৰযুক্ত লাওখোলা পোৱা গৈছে। মাটিৰ তলত পোৱা জোঙা পাথৰৰ অস্ত্ৰ আৰু দাঁতৰ বেজীৰ লেখিয়া সঁজুলি বোধহয় চিকিৎসাৰ কাৰণে ব্যৱহাৰ কৰা হৈছিল।

আদিম মানৱে নিম্নস্তৰৰ মানসিক বৃত্তিৰে বিজ্ঞানৰ কোনো বেঙনি নপৰা পৰিস্থিতিত নিজৰ নিৰাপত্তা, আশ্ৰয়

আৰু আহাৰৰ কাৰণে অহর্নিশে শ্রম কৰি যিখিনি আহৰি সময় পাইছিল সেইখিনিৰ ভিতৰতেই ৰোগমুক্ত হৈ থাকিবলৈ যত্ন কৰিছিল আৰু ৰোগৰ কাৰণ কি হ'ব পাৰে তাক চিন্তা কৰিছিল। অস্বাভাৱিকভাৱে ভোজন কৰি পেট উংহাৰ ফলত ৰাতি সপোনত ডাইনী-যখিনী দেখি থাৰৰ কৰিলে যে তেওঁৰ ৰোগৰ কাৰণ সেই ডাইনী-যখিনী। গুহাৰ ভিতৰত জন্তুৰ মূর্তি অংকন কৰি বাহিৰলৈ ওলাই আহি সেই জন্তুটো দেখিলে, তেতিয়া সেই জন্তুৰ প্রেত, চিত্রত আৱদ্ধ কৰি ৰখাৰ কাৰণেহে জন্তুটো হাবিৰপৰা ওলাই আহি আক্রমণ কৰিলে বুলি সিদ্ধান্ত কৰিলে। গছ, পাথৰ গাত পৰি হাড় ভাগিলে ভূতৰ কুক্রিয়া বুলি ভাবিলে; চিকাৰত কোনোজন মানুহ মৰিলে তেওঁ দেও-ভূতৰ কুদৃষ্টিৰ ফলতহে মৃত্যুৰ মুখত পৰিল বুলি ঠিৰাং কৰিলে। দুই গোষ্ঠীলোকৰ মাজত যুদ্ধ হ'ল, কোনো এক গোষ্ঠী হাৰিল, বহুতো মানুহ মৰিল, সিও কুল-দেৱতাৰ বোষৰ কাৰণে বুলি সিদ্ধান্ত কৰিলে। সাপে কামুৰিলে, সিও দেৱতাৰ ৰোষ। কিছুমান নিয়ম-নীতি মানি নচলা কাৰণে কুল-দেৱতাই সিহঁতক ধ্বংস কৰে নাইবা সিহঁত ৰোগৰদ্বাৰা আক্রান্ত হয়। মাটিৰ তলত জোৰা লগা হাড় পোৱা গৈছে; যক্ষ্মাৰোগ আৰু টিউমাৰ (tumour) ৰোগত বিকল হোৱা মানুহৰ কংকাল উদ্ধাৰ হৈছে। পাথৰৰ ভিতৰত বীজাণুৰ ইংগিত পোৱা গৈছে; কিন্তু সকলোবোৰ ৰোগৰ



হেতু দেও-ভূত, দেৱ-দেৱতা বুলিহে তেওঁলোকে বিশ্বাস কৰিছিল।

আদিম মানুহে ভাৱিছিল যে ক্রুদ্ধ ভূত-প্রেত বাহিৰৰপৰা শৰীৰৰ ভিতৰত সোমায়। ভূত-প্রেতৰ বাসস্থানত মলত্যাগ বা প্রস্রাৱ কৰি কলুষিত কৰিলে, ভূতে লম্ভা মানুহক বেয়া ব্যৱহাৰ বা অপৱিত্র কৰিলে বা মৃতজনক অসন্মানেৰে স্পর্শ কৰিলে, ভূত-প্রেতৰ পূজা নামানিলে, ভূত-প্রেত অসন্তুষ্ট হয় আৰু শৰীৰত লম্ভি ৰোগ জন্মায়। কোনো মানুহৰ লগত অৰিয়া-অৰি ভাৱ থাকিলে মন্ত্ৰৰ বলেৰে গাত ভূত মেলি দি ৰোগ জন্মায়। কোনোজনৰ ফালে হাড় টোঁৱাই (pointing the bone) ব্যাধিৰ সৃষ্টি কৰা হয় বুলি অষ্ট্রেলিয়াৰ মানুহে বিশ্বাস কৰে। মালয়েচিয়াৰ মানুহে ভাৱে যে বাঁহৰ চুঙাত কেইডোখৰমান হাড় ভৰাই লৈ সাঁফৰ দি কোনো মানুহৰ ফালে টোঁৱাই জোঁকাৰি সাঁফৰখন খুলি দিলে ভূতটো চুঙাৰপৰা ওলাই সেই মানুহ-জনৰ গাত লম্ভে আৰু তেতিয়া তেওঁ ৰোগৰদ্বাৰা আক্রান্ত হয়। এনেকৈ ৰোগৰ সৃষ্টি কৰা মানুহজনক চিনাক্ত কৰিব পাৰিলে তেওঁক ভালকৈ এসেকা দিয়া হয়, তেতিয়াহে ৰোগী-জনে ৰোগৰপৰা মুক্তি পায়। নহ'লে, চিকিৎসকে মুখৰপৰা এডোখৰ পাথৰ উলিয়াই লৈ সেই পাথৰডোখৰ ৰোগীৰ গাত ঘঁহি ৰোগীৰ ৰোগ গুচায়। কোনো কোনো ঠাইৰ মানুহে শৰীৰৰপৰা জীৱ উলিয়াই নিয়াৰ ফলতহে ৰোগৰ

উৎপত্তি হয় বুলি বিশ্বাস কৰে। বৰ্ণিও দ্বীপত কিছুমান জীৱধৰা চিকিৎসক আছে। কোনো মানুহৰ ৰোগ হ'লে তেওঁক বন্ধু-বান্ধৱৰ মাজত শুৱাই থয়; ৰাতি সৰুকৈ একুৰা জুই জ্বলোৱা হয়; তেতিয়া জীৱধৰা চিকিৎসকজন মাটিত দীঘলহৈ পৰি মন্ত্ৰ গাই গাই অচেতন হৈ পৰে আৰু নিজৰ জীৱটোক ৰোগীৰ জীৱক বিচাৰি আনিবলৈ পঠিয়াই দিয়ে। শেষত তেওঁ মূৰ্ছাৰপৰা উঠি বহে আৰু এডোখৰ পাথৰ দেখুৱাই দিয়ে। সেই পাথৰডোখৰত ৰোগীৰ জীৱৰ অৱস্থান হৈছে বুলি কয়। চিকিৎসকে তেতিয়া সেই পাথৰডোখৰ ৰোগীৰ গাত ঘঁহি তালগছৰ পাতেৰে ৰোগীৰ হাতৰ সৰু গাঁঠিত বান্ধি দিয়ে। ৰোগী তেতিয়া সুস্থ হয়। এনে যাদুকৰী চিকিৎসকে ছাগলীৰ শিঙেৰে কটা ঠাইৰপৰা তেজ চুপি উলিয়াই দি গাৰ বিষ কমাই দিয়ে বুলি বিশ্বাস কৰে। মুখত ঘা হ'লে এটা জীৱন্ত ভেকুলী মুখৰ ভিতৰত ৰাখি উলিয়াই পেলোৱা হয়; ইয়াৰপৰা মুখৰ ঘা কমি যায় বুলি মানুহৰ বিশ্বাস। হুপিং কাহ (Whooping cough) হ'লে এটা জীয়া মাছ মুখৰ ভিতৰত অলপ সময় ৰাখি নদীৰ পানীত জীয়াই দিয়া হয়; এই মাছে লগতে হুপিং কাহ লৈ যোৱা বুলি বিশ্বাস কৰে। এডোখৰ পাথৰেৰে একোটা কাঠআচিনাই স্পৰ্শ কৰি সেই পাথৰডোখৰ মোনাত ভৰাই থোৱা হয় আৰু সেই মোনাটো হেৰাইছে বুলি কোৱা হয়; তেতিয়া আৰু কাঠআচিনাই শৰীৰত



নাথাকে; কিন্তু যিজনৰ হাতত সেই মোনাটো পোৱা যায় তেওঁৰ কাঠ-আচিনাই হয় বুলি লাংকাচাৰৰ মানুহে বিশ্বাস কৰে। বসন্ত আৰু হুতি ৰোগ দেৱ-দেৱীৰ দৃষ্টিৰপৰা হয় বুলি মানুহৰ বিশ্বাস; সেয়েহে সুস্থ মানুহক তেনে ৰোগীৰ ওচৰলৈ যাবলৈ আৰু তেনে ৰোগীক স্পৰ্শ কৰিবলৈ দিয়া নহয়। ফলত সেই ৰোগ বিয়পিব নোৱাৰে। দেৱ-দেৱীৰ সন্তুষ্টিৰ কাৰণে পূজা দিয়া হয়। কলেৰা মহামাৰী দেও-ভূতৰ ৰোষৰপৰা হয় বুলি মানুহে বিশ্বাস কৰে। তেনে ৰোগীক স্পৰ্শ কৰিবলৈ আৰু তেনে ৰোগীয়ে ব্যৱহাৰ কৰা সঁজুলি আনক ব্যৱহাৰ কৰিবলৈ দিয়া নহয়। পূজা কৰিলেহে তেনে ৰোগৰপৰা নিষ্কৃতি পাব পাৰি বুলি বিশ্বাস।

দেও-ভূত খেদিবলৈ যাদুকৰ চিকিৎসকে নানা তৰহৰ সঁজুলি ব্যৱহাৰ কৰে। মুখত মুখা পিন্ধি দীঘলীয়া জোট-লগা চুলি ৰাখি তাত জন্তুৰ শিং লগাই লয় আৰু চৰাইৰ পাখি খোঁচে। ডিঙিত জন্তুৰ আনকি মানুহৰ লাওখোলাৰ মালা গাঁথি পিন্ধে। ৰঙা ৰঙেৰে গা চিত্ৰ-বিচিত্ৰ কৰে; মূৰেৰে সৈতে জন্তুৰ ছাল আৰু এডাল একা-বেঁকা আঁক-বাঁক দিয়া দণ্ড হাতত লয়। বলীয়ান ভূতক পূজা কৰি আনি দুৰ্বল ভূতক যুঁজত পৰাভূত কৰি সৈমান কৰা হয়। যাদুকৰ-চিকিৎসকে ৰোগীৰ ওচৰত চাৰিওফালে ঘূৰি ঘূৰি জপিয়াই মন্ত্ৰ মাতি নানাবিধ বাদ্যৰে শব্দ কৰে আৰু নাচে যাতে ৰোগীৰ গাৰ-পৰা ভূত আঁতৰি যায়। কোনো কোনো ক্ষেত্ৰত মন্ত্ৰপূত

পানী ৰোগীক খুৱাই দিয়া হয় বা শৰীৰত ভস্ম সানি দিয়া হয় ; দাঁতৰ আকৃতিৰ পাথৰেৰে বিষোৱা দাঁত ঘঁহি দাঁতৰ বিষ গুচোৱা হয়।

পাথৰৰপৰা তৈয়াৰ কৰা জোঙা অস্ত্ৰৰে মূৰৰ লাও-খোলাত ছিদ্ৰ কৰা হৈছিল। মৃগীৰোগত, মস্তিষ্ক-বিকাৰত আৰু মূৰত আঘাত পালে এনে চিকিৎসাৰ ব্যৱস্থা কৰিছিল। শৰীৰৰপৰা তেজ উলিয়াই দি কোনো কোনো ৰোগীক চিকিৎসা কৰা হৈছিল। তেজৰ লগতে শৰীৰৰপৰা ভূত ওলাই যোৱা বুলি বিশ্বাস কৰিছিল।

মন্ত্ৰপূত বটীয়া শৰীৰত বান্ধি নানা ধৰণৰ ৰোগৰ চিকিৎসা কৰা হৈছিল। মন্ত্ৰপূত কৰচ আৰু হাড় বা গছৰ শিপা ভৰাই মাদুলীৰ সহায়েৰে চিকিৎসা কৰা এটা প্ৰতিষ্ঠিত প্ৰথা আছিল। কেঁচা আলু, শহাপহুৰ ঠেং, বাঘৰ নখ, গঁড়ৰ খৰ্গ আদি শৰীৰত ধাৰণ কৰি ভূত-প্ৰেত আঁতৰাবলৈ চেষ্টা কৰা হৈছিল। নানাধৰণৰ পাথৰ শৰীৰত ধাৰণ কৰা প্ৰথা প্ৰচলন আছিল। অষ্টম এডৱাৰ্ডৰ ৰূপৰ মুদ্ৰাত এটা ৰঙা পাথৰ খোদিত আছিল ; ইয়াৰ নাম আছিল লি পেনি। এই লি পেনিটো পানীত বুৰাই ৰাখিলে সেই পানী ৰোগ নিবাৰণত শক্তিসম্পন্ন হয় বুলি মানুহে বিশ্বাস কৰিছিল। ৰঙা বং ৰোগীক সুস্থ কৰিব পৰা শক্তিসম্পন্ন বুলি ভৰা হৈছিল। বসন্ত ৰোগী থকা ঘৰত ৰঙা কাপোৰ আঁৰি দিলে ৰোগীৰ গাত দাগ নাথাকে আৰু ন টা গাঁথি দি ৰঙা বটীয়া



ডিঙিত বান্ধি দিলে নাকৰপৰা তেজ ওলোৱা বন্ধ হয় বুলি মানুহৰ বিশ্বাস আছিল।

সকলো ৰোগতে চিকিৎসকৰ সহায় লোৱা নহৈছিল। কুকুৰ-মেকুৰী আদি জন্তুবোৰে গছ-লতাৰ পাত আৰু ঘাঁহ খাই বমি কৰা, আঘাত পালে সেই অংশ পানীত তিয়াই ৰখা ইত্যাদি লক্ষ্য কৰি আদিম মানৱে গছ-গছনি, লতাৰপৰাই দৰৱ তৈয়াৰ কৰিবলৈ ধৰিলে।

আদিম মানৱৰ কিছুমান প্ৰথাই ৰোগৰ বিস্তৃতি ৰোধ কৰিছিল। ৰোগীৰ মল-মূত্ৰ আৰু ব্যৱহৃত কাপোৰ-কানি সাধাৰণতে মাটিত পুতি থোৱা বা পুৰি পেলোৱা হৈছিল ; কিয়নো তেওঁলোকে বিশ্বাস কৰিছিল যে সেইবোৰৰ ওপৰত মন্ত্ৰ কৰি ৰোগীৰ বিশেষ অনিষ্ট সাধন কৰিব পৰা যায়। ৰোগীয়ে ব্যৱহাৰ কৰা কোনো বস্তু বা তেওঁৰ মল-মূত্ৰ নদীত পেলালে পানীত থকা দেও-ভূতৰ ৰোষ হয়। সেয়েহে সেইবোৰ বস্তু পানীত পেলাই দিয়া নহৈছিল। এনে কাৰণতেই মৰা শ পানীত পেলোৱা নিষিদ্ধ আছিল। বসন্ত আদি ৰোগৰদ্বাৰা আক্ৰান্ত ৰোগীয়ে ব্যৱহাৰ কৰা কাপোৰ-কানি সুস্থ মানুহে ব্যৱহাৰ কৰিলে দেও-ভূত গাত লম্ভিব পাৰে বুলি তেনে কাপোৰ আনে ব্যৱহাৰ নকৰিছিল। কোনো কোনো ক্ষেত্ৰত মাৰি মৰকত অনেক মানুহৰ মৃত্যু হ'লে মানুহে ঘৰ-দুৱাৰ জুই লগাই পুৰি পেলাই আন ঠাইলৈ গৈছিল।

কেনে পৰিস্থিতি আৰু কেনে পাৰিপাৰ্শ্বিকতাত আদিম

মানুহে কেনে ধৰণৰ চিকিৎসা-পদ্ধতি অৱলম্বন কৰিছিল তাক দকৈ বিবেচনা কৰিহে সেই চিকিৎসাৰ ওপৰত মত প্ৰকাশ কৰা সমীচীন হ'ব। এইটো মন কৰিবলগীয়া যে উন্নতিৰ জখলাত উঠোঁতে অভিজ্ঞতাৰ ক্ৰমিক খাপেৰে উঠিহে শীৰ্ষস্থান পাব পাৰি; তেতিয়া আমি নিম্নতৰ খাপৰ বৰঙনি পাহৰি যোৱা উচিত নহয়।

"Primitive man did the difficult pioneering which has enabled mankind to make progress, sometimes gradually, sometimes in a great surge forward, in the advance towards good health."— আদিম মানুহে অশেষ কষ্টসাধনৰদ্বাৰা চিকিৎসা-বিজ্ঞানৰ ভেটি স্থাপন কৰিলে; এই ভেটিৰ ওপৰত ভিত্তি কৰিয়েই কোনো কোনো সময়ত মন্থৰ আৰু কোনো কোনো সময়ত দ্ৰুতগতিত চিকিৎসা-বিজ্ঞান আগুৱাই যাবলৈ সম্ভৱ হ'ল।

এই যুগত চিকিৎসা-ক্ষেত্ৰত আধিভৌতিক আৰু আধিদৈৱিক কাৰণ আৰু তাৰ নিবাৰণৰ মতবাদে বিশেষ প্ৰাধান্য লাভ কৰিছিল; দৰৱ-জাতিৰ স্থান অতি নগণ্য আছিল যদিও সূক্ষ্ম দৃষ্টিৰে চালে দেখা যায় যে এই পদ্ধতিৰ কণ-কঠীয়া এই যুগতেই ৰোপণ কৰা হয়।

---

## সুমেৰীয় সভ্যতা

টাইগ্ৰীচ আৰু ইউফ্ৰেটিচ্ নদীৰ উপত্যকাত খ্ঃ পূঃ ৪০০০ বছৰৰপৰা খ্ঃ পূঃ ২০০০ বছৰলৈকে সুমেৰীয় সভ্যতাৰ আধিপত্য আছিল। ই অতি পুৰণি আৰু উন্নত ধৰণৰ সভ্যতা আছিল। এই সময়ত চেপেটা হোচোংমুৰীয়া চিনেৰে লিপিৱদ্ধ কৰা প্ৰথা আৰু দিন-বাৰৰ তালিকা ৰখাৰ পদ্ধতি আৰম্ভ হয়। ইয়াৰ আগতে লিপিৱদ্ধ কৰা প্ৰথা নথকাত সেই সময়ৰ বিষয় জ্ঞান আহৰণ কৰা হৈছিল পৰোক্ষভাৱে। এই সময়ৰ লিখিত ফলিৰপৰা খবৰ পাবলৈ সুবিধা হ'ল। ইউফ্ৰেটিচ্ নদীৰ দাঁতিৰ খনন কাৰ্যৰপৰা আৱিষ্কৃত হোৱা উড় নগৰত স্নান-গৃহ, নলা আৰু তামৰ চুৰী পোৱা গৈছে। ইয়াৰপৰা অনুমান হয় যে সেই সময়ত স্বাস্থ্য-বিজ্ঞানৰ উন্নতি সাধিত হৈছিল। ওৱেলকাম যাদুঘৰত সেই সময়ৰ চিকিৎসকৰ মোহৰ-ছাপ সংৰক্ষিত আছে। পেলেষ্টাইন দেশৰ মাজেৰে সুমেৰীয় আৰু মিছৰীয় এই দুই সভ্যতাৰ আদান-প্ৰদান চলিছিল।

সুমেৰীয় সভ্যতাৰ পতনৰ লগে লগে দক্ষিণ অংশত বেবিলন দেশ গঠিত হয়।

বেবিলন দেশত প্ৰচলিত চিকিৎসা-পদ্ধতিৰ বিষয়ে বিশেষভাৱে জনা নাযায়; কিন্তু তাত উদ্ধাৰ কৰা ফলিৰ-পৰা চিকিৎসকসকলৰ আচৰণ আৰু কাজ-কৰ্মৰ সংহিতাৰ বিষয়ে কিছু জানিব পৰা গৈছে। হামুৰবি (খৃঃপূঃ ১৯৪৮-১৯০৫) নামৰ এজন ৰজাৰ দিনত এনেধৰণৰ নিয়ম প্ৰচলিত আছিল—"যদি কোনো চিকিৎসকে কৃতকাৰ্যতাৰে পিতলৰ চুৰী ব্যৱহাৰ কৰি কোনো ভদ্ৰলোক ৰোগীৰ ফোঁহা কাটে আৰু চকুত অস্ত্ৰচিকিৎসা কৰে, তেনেহলে তেওঁ ১০ চেকেল পাৰিশ্ৰমিক পাব; যদি ৰোগীজন দাস হয় তেনেহলে তেওঁৰ মালিকে ২ চেকেল পাৰিশ্ৰমিক দিব।...যদি ভদ্ৰলোক ৰোগীজনৰ মৃত্যু হয় বা চকু নষ্ট হয়, তেনেহলে চিকিৎসকৰ হাত দুখন কাটি পেলোৱা হ'ব; যদি তেনে ৰোগীজন দাস হয়, তেনেহলে চিকিৎসকে মালিকক আন এজন দাস দিব লাগিব।" খৃঃ পূঃ ৪৩০ চনত লিখা হেৰোডেটাচৰ ইতিহাসৰপৰা জনা যায় যে কোনো লোকৰ ৰোগ হলে তেওঁক ঘৰৰপৰা উলিয়াই পদুলিত ৰখা হয় আৰু ওচৰচুবুৰীয়াই তেওঁৰ ওচৰেৰে অহা-যোৱা কৰাৰ সময়ত যদি কোনোৱে তেনে ৰোগত ভুগিছে বা আনক তেনে ৰোগত আক্ৰান্ত হোৱা দেখিছে, তেনেহলে সেই অৱস্থাত কি কি ব্যৱস্থা লোৱা হৈছিল তাক বৰ্ণনা কৰি যায়। সকলোৱে



মতামত দিবলৈ বাধ্য। এই ব্যৱস্থাৰপৰা অভিজ্ঞতা-ভিত্তিক চিকিৎসাৰ পদ্ধতি উলিওৱা হয়। বেবিলনৰ লোকসকলে মাটিৰে তৈয়াৰ কৰা যকৃতৰ নমুনা ৰাখিছিল আৰু মৃত ভেড়াৰ যকৃত ভালকৈ নিৰীক্ষণ কৰি তাত কিবা বিসদৃশ পালে সেই নমুনাত অনুৰূপ ঠাইত গাঁত কৰি একোটাকৈ শাল সুমুৱাই চিহ্নিত কৰি ৰাখিছিল। ৰোগ-চিকিৎসাৰ কাৰণে তেওঁলোকে দৰৱ-জাতিৰ উপৰিও মন্ত্ৰ আৰু যাদু বিদ্যাৰ ব্যৱহাৰ কৰিছিল।

চিকিৎসা-বিজ্ঞানৰ ক্ৰমবিকাশত এই কালছোৱাত অনুষ্ঠিত হোৱা কেইটামান বিশেষ বিশেষ বিষয় পৰিলক্ষিত হয়। সেই সময়ত আধিভৌতিক আৰু আধিদৈৱিক ব্যৱস্থাৰ লগত দৰৱ-জাতিৰ ক্ৰমশঃ অধিক ব্যৱহাৰ হ'বলৈ ধৰিলে; স্নান-গৃহ আৰু নলাৰ ব্যৱহাৰে স্বাস্থ্যৰক্ষা নিয়মৰ প্ৰতি সজাগ হোৱা বুজায়; জীৱন-নিৰ্বাহৰ মানদণ্ড উচ্চতৰ হ'বলৈ ধৰিলে; হামুৰবিৰ সংহিতাই ৰোগীৰ উচ্চ মূল্যাংকন সূচায়; ওচৰ-চুবুৰীয়াই ৰোগীক দেখি নিজৰ মনোভাৱ ব্যক্ত কৰাই অভিজ্ঞতাৰ পৰিচয় দিয়ে; মানুহবোৰ কেনে সজাগ আৰু তেওঁলোক কেনে অনুসন্ধিৎসু তাৰ আভাস পোৱা যায়। এই কাৰ্যাৱলীয়ে আধুনিক চিকিৎসা-বিজ্ঞান বিভিন্ন দেশত কেনেকৈ অংকুৰিত হ'বলৈ ধৰিছে তাৰ আভাস দিয়ে।

---

## মিছৰৰ চিকিৎসা-বিজ্ঞান

মিছৰ দেশৰ সভ্যতাৰ সূচনা হয় খৃঃ পূঃ ৪০০০ চনত। সেই সময়ত ইয়াৰ সভ্যতা কৃষি-প্ৰধান আছিল। নীল নদীৰ সাৰুৱা মাটিত কৰা খেতি আৰু পশুপালনেই মিছৰবাসীৰ সম্পদৰ মূল আছিল; কিন্তু পিতলৰ ব্যৱহাৰ হোৱাৰ লগে লগে এই সভ্যতাৰ সলনি হ'বলৈ ধৰিলে। ক্ৰমে পিতলৰ অস্ত্ৰ-শস্ত্ৰ ব্যৱহাৰ হ'ল; ৰজা, ৰজাঘৰীয়া বিষয়া আৰু আন আন প্ৰতিপত্তিশালী লোকসকলে এই অস্ত্ৰ-শস্ত্ৰৰ সহায়ত সাধাৰণ লোকসকলক বশ কৰি ল'লে আৰু যুঁজ-বাগৰ কৰি আন ঠাইৰপৰা যুদ্ধবন্দী আনি সিহঁতক দাস কৰি ল'লে। সাধাৰণ প্ৰজা আৰু দাসসকলে খেতি-বাতি কৰে, পশুপালন কৰে, অট্টালিকা নিৰ্মাণ কৰে; কিন্তু এই সকলোবোৰ ৰজা, ৰজাঘৰীয়া বিষয়া আৰু ডা-ডাঙৰীয়াসকলৰ সুখ-স্বাচ্ছন্দ্যৰ কাৰণেহে। ইয়াৰ বিনিময়ত তেওঁলোকে পায় অত্যাচাৰ, অমানুষিক ব্যৱহাৰ আৰু জীয়াই থাকিবলৈ যৎসামান্য আহাৰ। ফলত দুই শ্ৰেণী লোকৰ উদ্ভৱ হ'ল—প্ৰথম শ্ৰেণী হৈছে ৰজা আৰু অভিজাত



লোকসকল আৰু দ্বিতীয় শ্ৰেণী হৈছে সাধাৰণ প্ৰজা আৰু দাসসকল। প্ৰথম শ্ৰেণীয়ে বুদ্ধি-কৌশল, শাৰীৰিক বল প্ৰয়োগ আৰু অস্ত্ৰ-শস্ত্ৰৰ সহায়ত দ্বিতীয় শ্ৰেণীৰ লোকে উপাৰ্জন কৰা সম্পদ গ্ৰাস কৰি আনন্দেৰে জীৱন যাপন কৰে আৰু দ্বিতীয় শ্ৰেণীৰ লোকে মূৰৰ ঘাম ভৰিত পেলাই অশেষ যাতনা ভোগে। দ্বিতীয় শ্ৰেণীৰ লোকসকলক বশ কৰি অধীনত ৰাখিবলৈ সময়ৰ সোঁতত অস্ত্ৰ-শস্ত্ৰ আৰু শাৰীৰিক শক্তিৰ উপৰিও অন্য উপায়ৰ প্ৰয়োজন প্ৰথম শ্ৰেণীয়ে বোধ কৰিলে। ৰজাই মূৰ্তিৱন্ত ঈশ্বৰ, শাৰীৰিক আৰু মানসিক ক্লেশৰ মূল হৈছে ৰজাৰ অসন্তুষ্টি। ৰজাৰ আদেশ অমান্য কৰিলে ৰোগ হয় আৰু অন্যান্য অনেক যাতনা ভুগিব লাগে। ৰজা বা ঈশ্বৰ সন্তুষ্ট হ'লেহে এনে দুখ-দৈন্যৰপৰা মুক্তি লভিব পাৰি—এনেবোৰ কথা দেশত প্ৰচলন হ'বলৈ ধৰিলে আৰু অভিজাত লোকসকলেই এনে প্ৰচাৰকাৰ্যত বিশেষ তৎপৰ হ'ল। কিয়নো, এই সম্প্ৰদায়ৰ লোকসকল ৰজাৰ অনুগ্ৰহপ্ৰাৰ্থী; তেওঁলোকে ৰজাৰ প্ৰতিপত্তি আৰু ধন-দৌলত আংশিক উপভোগ কৰে। এনেকৈয়ে দেশৰ অৰ্থনীতি, ৰাজনীতি আৰু ধৰ্মনীতিৰ ওপৰত নিৰ্ভৰশীল হ'বলৈ ধৰিলে। ৰোগ নিবাৰণ আৰু ৰোগমুক্তিৰ কাৰ্যত নিয়োগ কৰা ৰজাৰ অনুগ্ৰহপ্ৰাৰ্থী চিকিৎসকসকলে ধৰ্মৰ নামত কাম কৰিবলৈ ধৰিলে। তেওঁলোক হ'ল যাজক-চিকিৎসক। যাদুমন্ত্ৰ, তাবিজ আৰু কৰচৰ সহায়ত চিকিৎসা

কৰা যাদুকৰ চিকিৎসকসকলে তেতিয়া ধৰ্মৰ নীতি-নিয়ম, ঈশ্বৰৰ আদেশ, ঈশ্বৰৰ কৃপা-ভিক্ষা আদি বিভিন্ন ধৰ্মীয় প্ৰথা চিকিৎসা পদ্ধতিৰ অন্তৰ্গত কৰি ল'লে।

মিছৰবাসীয়ে হোৰাচক স্বাস্থ্যৰ অধিষ্ঠাতা দেৱতা বুলি জ্ঞান কৰিছিল আৰু শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগ বিভিন্ন দেৱ-দেৱতাৰ অধীনত থকা বুলি বিবেচনা কৰিছিল। এই দেৱ-দেৱতাসকল কিবা কাৰণত অসন্তুষ্ট হ'লে ৰোগৰ উৎপত্তি হয় বুলি তেওঁলোকে বিশ্বাস কৰিছিল। ৰজাৰ আদেশ অমান্য কৰিলে দেৱ-দেৱতাসকল বিতুষ্ট হয়, ফলত ৰোগৰ উৎপত্তি হয়! যাজক-চিকিৎসকসকলে নিৰ্ধাৰিত কৰি দিয়া ধৰ্মীয় অনুষ্ঠান আৰু আচাৰ-নীতি মানি চলিলেহে এনেবোৰ ৰোগৰপৰা মুক্তি পাব পাৰি, এনেবোৰ কথা মানুহে বিশ্বাস কৰিছিল। পাপকৰ্মৰ দৈত্য চেটৰ লগত যুঁজ কৰোঁতে হোৰাচে তেওঁৰ এটা চকু হেৰুৱাইছিল। সেই চকুৰ আৰ্হিত নিৰ্মাণ কৰা কৱচ-তাবিজ পৰিধান কৰি শৰীৰৰপৰা ভূত-পিশাচ আঁতৰাব পাৰি বুলি মানুহৰ ধাৰণা আছিল। সেই আৰ্হিৰপৰাই দৰৱৰ ব্যৱস্থাপত্ৰত ব্যৱহাৰ কৰা Ry (Recipe, Take thou) এই চিনটোৰ উৎপত্তি।

মিছৰবাসীয়ে পুনৰ্জন্ম বিশ্বাস কৰিছিল। কোনো অভিজাত ব্যক্তিৰ মৃত্যু হ'লে তেওঁৰ শৰীৰটো নষ্ট নোহোৱাকৈ ৰাখিবলৈ যত্ন কৰিছিল। পেটৰ কাষৰফালে ৯-১১ ছেঃ মিঃ দীঘলীয়াকৈ ছেদন কৰি পেটৰপৰা পাকস্থলী, অন্ত্ৰ, প্লিহা,



যকৃত আৰু মধ্যচ্ছদাৰ মাজেৰে হাত সুমুৱাই হাঁওফাঁও দুটা উলিয়াই লৈছিল। শৰীৰৰ হৃৎপিণ্ড, চকু, নাক, জিভা যথাস্থানত ৰাখিছিল। এনে মৃতদেহত বিশেষ ৰঞ্জন-মচলা আদি প্ৰয়োগ কৰি শুকাই লৈছিল। যকৃত, পাকস্থলী আদি যন্ত্ৰসমূহত মচলা দি শুকাই লৈ শৰীৰৰ যথাস্থানত স্থাপন কৰিছিল। এনেকৈ ৰাসায়নিক প্ৰক্ৰিয়াৰে সংৰক্ষণ কৰা দেহক 'মামি' (Mummy) বোলা হয়। কোনো এক শ্ৰেণীৰ মানুহেহে মামি তৈয়াৰ কৰিছিল; কিন্তু সেই মানুহবোৰৰ আনকি যাজক-চিকিৎসকসকলৰো কোনো বিজ্ঞানসম্মতভাৱে শৰীৰৰ বিভিন্ন যন্ত্ৰ-তন্ত্ৰসমূহৰ বিষয়ে জ্ঞান আহৰণ কৰিবলৈ ইচ্ছা নাছিল। সেই সময়ত আন দেশত শ ব্যৱচ্ছেদ কৰাৰ কোনো সুবিধা নাছিল; বৈজ্ঞানিক অনুসন্ধিৎসাৰ অভাৱত মিছৰবাসীয়ে শাৰীৰস্থান (Anatomy) সম্বন্ধে জগতক বিশেষ কোনো জ্ঞান দিব নোৱাৰিলে। নাকৰ কাম মগজুৰপৰা শেঙুন বাহিৰ কৰা, সোঁকাণেৰে প্ৰাণবায়ু শৰীৰত প্ৰৱেশ কৰে আৰু বাঁওকাণেৰে মৃত্যুৰ বায়ু শৰীৰত সোমায়, হৃৎপিণ্ড হৈছে বুদ্ধি, বিবেচনা আৰু ব্যক্তিত্বৰ স্থান ইত্যাদি। সেই সময়ৰ প্ৰচলিত বিশ্বাস বিজ্ঞানসম্মত নহয়। শ ব্যৱচ্ছেদৰদ্বাৰা শাৰীৰস্থান সম্পৰ্কে জ্ঞান উপাৰ্জনৰ বিশেষ সম্ভাৱনা থকা সত্বেও অনুসন্ধিৎসাৰ অভাৱত তেনে সুবিধা গ্ৰহণ কৰা হোৱা নাছিল।

মিছৰদেশৰ সভ্যতাত লাহে লাহে কেৰোণ লাগিল আৰু শেষত এই দেশ গ্ৰীকসকলৰ অধীনলৈ আহিল। সেই সময়ত মিছৰৰ আলেকজেন্দ্ৰিয়া চহৰ বিশেষ সমৃদ্ধিশালী আছিল আৰু গ্ৰীকদেশৰপৰা বহুতো বিজ্ঞানীয়ে তাত বাস কৰিবলৈ লৈছিল। সেইসকলৰ ভিতৰত চিকিৎসা-বিদ্যা বিজ্ঞানী বহুতো আছিল। এওঁলোকৰ অনুসন্ধিৎসা প্ৰৱল আছিল আৰু নেবানেপেৰাকৈ বৈজ্ঞানিক উপায়েৰে তত্ত্ব আৱিষ্কাৰত তেওঁলোকে মনোনিৱেশ কৰিছিল। মিছৰীয় সভ্যতাৰ পতনৰ লগে লগে শ সংৰক্ষণত বিশেষ সতৰ্কতা আৰু পাৰদৰ্শিতাৰ অভাৱ পৰিলক্ষিত হ'বলৈ ধৰিলে। বহুতো সংৰক্ষিত দেহৰ মামিৰ (mummy) অংগ-প্ৰত্যংগ বিচ্ছিন্ন হৈ পৰি আছিল আৰু ছেদিত অংশ ভালকৈ চিলাই কৰা হোৱা নাছিল। লগে লগে মিছৰবাসী শ সংৰক্ষণত ধৰ্মীয় অনুমোদন দিয়াত বিৰত থাকিল। এনেবোৰ পৰিস্থিতিয়ে গ্ৰীক চিকিৎসাবিদ্‌সকলক শ ব্যৱচ্ছেদন কৰি জ্ঞান আহৰণ কৰাত বিশেষ সুবিধা দান কৰিলে। হেৰোফিলাছ (Herophilus), এৰাছিষ্ট্ৰেটাছ (Erasistratus), ৰুফাচ (Rufus), ছোৰানাছ (Soranus), মেৰিনাছ (Marinus) আৰু গেলেন (Galen) আদি গ্ৰীক বিজ্ঞানীসকলে প্ৰণালীৱদ্ধভাৱে শ ব্যৱচ্ছেদন কৰি শাৰীৰস্থান-বিজ্ঞান প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰিলে। মিছৰদেশে আলেকজেন্দ্ৰিয়াৰ গ্ৰীকসকলক শাৰীৰস্থান



অধ্যয়ন কৰিবলৈ সুবিধা প্ৰদান কৰিলে আৰু মিছৰৰ মাটিত গ্ৰীকদেশৰ বীজ অংকুৰিত হৈ জগতক শাৰীৰস্থান বিষয়ৰ ফল-ফুলেৰে আপ্যায়িত কৰিলে। "That she and she alone made possible the beginnings of a scientific study of human structure at the hands of the Alexandrian Greeks. Anatomy as a scientific discipline came to life in Alexandria, the fruit of Greek seeds in the womb of Egypt."

প্ৰথমতে চিত্ৰ আৰু পিছত চিনৰ সহায়েৰে লিখাৰ প্ৰথা প্ৰচলন হোৱাৰ কাৰণে মিছৰত প্ৰচলিত চিকিৎসা বিষয়ক বহুতো প্ৰথাৰ বিষয়ে জানিব পৰা গৈছে। সেই সময়ত মিছৰৰ পেপাইৰাছ্ নামৰ নল-খাগৰি জাতীয়—গছৰ পৰা তুলাপাত তৈয়াৰ কৰা হৈছিল আৰু সেই তুলাপাতত প্ৰয়োজনীয় কথাবোৰ লিপিৱদ্ধ কৰা হৈছিল। চিকিৎসা-বিষয়ক পেপাইৰাছ গ্ৰন্থ ছখনৰ সন্ধান পোৱা গৈছে। এই গ্ৰন্থবোৰত ৰোগৰ লক্ষণ বৰ্ণনা আৰু চিকিৎসাৰ ব্যৱস্থা দিয়া আছে। ৰোগৰ হেতু দৈহিক কাৰণ বুলি ভবাৰ কাৰণে দেৱ-দেৱতাসকলে কি কাৰণত ৰোগ সৃষ্টি কৰে তাক বিতংকৈ লিখা আছে। দেৱ-দেৱতা তথা ৰজাৰ আদেশ নামানিলে বা তেওঁলোকক অসন্তুষ্ট কৰিলে মানুহ ৰোগাক্ৰান্ত হয়; পূজা-পাতল, মন্ত্ৰ-তন্ত্ৰ, তাবিজ-কৱচ বা বিভিন্ন ধৰ্মীয় অনুষ্ঠানৰ সহায়তহে ৰোগৰপৰা

মুক্তি পাব পাৰি। দৰৱ-জাতিৰ ব্যৱস্থা কৰোঁতে মন্ত্ৰপাঠ কৰা হয়, দেৱ-দেৱতাৰ আশীৰ্বাদ বিচৰা হয়, কিয়নো তেনে নকৰিলে দৰৱে ক্ৰিয়া নকৰে। শৰীৰত লম্ভা ভূত-পিশাচ যাতে দৰৱৰ ভয়ত বা ঘৃণাত শৰীৰৰপৰা ওলাই যায় তাৰ কাৰণে অদ্ভুত ধৰণৰ দৰৱৰ ব্যৱস্থা আছিল— যেনে গাধৰ ঠেঙৰ খুৰা, সাপৰ, সিংহৰ, জলহস্তীৰ আৰু ঘঁৰিয়ালৰ তেল। পেপাইৰাছ গ্ৰন্থত ২৬০ বিধ ৰোগৰ বৰ্ণনা দিয়া আছে; সেই সময়ত ৰোগৰ কোনো নামকৰণ হোৱা নাছিল; কেৱল ৰোগৰ বৰ্ণনাহে দিয়া হৈছিল অধ্যাপক এবেৰছ চাহাবে আৱিষ্কাৰ কৰা পেপাই-ৰাছ গ্ৰন্থত ১১০ টা পৃষ্ঠা আছে আৰু তাত ৯০০ খন ব্যৱস্থা-পত্ৰ সন্নিৱিষ্ট কৰা আছে। এই গ্ৰন্থখন খৃঃ পূঃ ১৫০০ চনত লিখা হয়। ব্যৱস্থা-পত্ৰত এড়াগুটিৰ তেল, আফিং আদি আধুনিক বহুতো দ্ৰব্য দিয়া আছে। ইয়াৰ উপৰিও বহুতো আচৰিত ধৰণৰ দ্ৰব্যৰ নাম উল্লেখ কৰা আছে। ইয়াত জুলীয়া, গোটা, পিল, মালিছ আদি বিভিন্ন ধৰণৰ ঔষধৰ ব্যৱস্থা-পত্ৰ পোৱা যায়। ব্যৱস্থা-পত্ৰৰ তলত লেখকৰ মতামত দিয়া আছে—যেনে 'অতি উত্তম', 'ফলপ্ৰসূ', 'ব্যৱহাৰ কৰিব পাৰি', 'সিমান কাৰ্যকৰী নহয়' ইত্যাদি। ধৰ্মীয় ব্যৱস্থা-পত্ৰ থকা গ্ৰন্থবোৰ যাজক-চিকিৎসকে উপাসনা গ্ৰন্থবদৰে আছুতীয়াকৈ ৰাখিছিল যাতে সাধাৰণ মানুহে সিবোৰৰ সন্ধান নাপায়।



স্মিথ পেপাইৰাছ গ্ৰন্থখন খৃঃ পূঃ ১৪০০ চনত লিখা। ইয়াত শল্য-চিকিৎসা বিষয়ক ৰোগৰ বৰ্ণনা আৰু চিকিৎসা পদ্ধতি দিয়া আছে। যুদ্ধ-বিগ্ৰহ বা নিৰ্মাণকাৰ্য আদিত আঘাত পোৱা, হাড় ভগা আদি ৰোগৰ চিকিৎসাৰ বৰ্ণনা ইয়াত পোৱা যায়। শল্য-চিকিৎসাত ব্যৱহাৰ কৰা পিতলৰ অস্ত্ৰ-শস্ত্ৰৰ বৰ্ণনা ইয়াত দিয়া আছে। লাওখোলা ফুটাই চিকিৎসা কৰা হৈছিল, ভঙা হাড় জোৰা লগোৱা হৈছিল। এই বিষয়ত বক্ষপিঞ্জৰলৈকে পাঠ্যপুথিৰদৰে প্ৰণালীৱদ্ধভাৱে লিখা গ্ৰন্থ পোৱা গৈছে। মিছৰবাসী চিকিৎসক বিজ্ঞানীয়ে চকু, কাণ, মুখ আৰু শৰীৰৰ বিভিন্ন অংগ-প্ৰত্যংগ নিৰীক্ষণ কৰি ৰোগৰ লক্ষণবোৰ লিপিবদ্ধ কৰিছিল। তেওঁলোকে শৌচ-প্ৰস্ৰাৱ, থু-খেকাৰ পৰীক্ষা কৰিছিল। পৱিত্ৰ পেপাইৰাছ গ্ৰন্থৰ নিৰ্দেশ অনুযায়ী চিকিৎসা নকৰাৰ ফলত ৰোগীৰ মৃত্যু হলে চিকিৎসকক প্ৰাণদণ্ড দিয়া হৈছিল।

গ্ৰীছ, ৰোম, বেবিলন, ভাৰতবৰ্ষ আৰু চীন আদি দেশৰসৈতে বেহা-বেপাৰ চলি থকাত আৰু প্ৰব্ৰজনৰ ফলত এই দেশৰ চিকিৎসা-বিজ্ঞান আন দেশৰ জ্ঞান-বিজ্ঞানৰ-দ্বাৰা পৰিপুষ্ট হৈছিল। ব্যক্তিগত স্বাস্থ্যৰ উপৰিও এওঁলোক সামূহিক স্বাস্থ্যৰ প্ৰতি সজাগ আছিল। এই বিষয়ত ইহুদীসকলৰ অৰিহণা উল্লেখযোগ্য। ডোঙা-গেৰেকনি কাটি পানী বোৱাই দিয়া, মাখি, মহ, এন্দুৰৰপৰা ৰক্ষা পাবলৈ ব্যৱস্থা লোৱা, ঘৰৰ আবৰ্জনা, থুই-খেকাৰ, মল-মূত্ৰ আদি

স্বাস্থ্যবিধি মতে অপসাৰণ কৰা ইত্যাদি ব্যৱস্থা সামূহিক স্বাস্থ্যৰক্ষাৰ বাবে হোৱা প্ৰচেষ্টাৰ নিদৰ্শন।

পুৰণি মিছৰ দেশৰ দুজন বিখ্যাত চিকিৎসকৰ নাম বিশেষভাৱে উল্লেখযোগ্য। এজন হৈছে ছেখেট এনানাছ (Sekhet Enanash) আৰু আনজন ইম্হোটেপ (Imhotep)। ছেখেট্ এনানাছ খৃঃপূঃ ৩০০০ চনত মিছৰৰ ৰজাৰ চিকিৎসক আছিল। তেওঁ ৰজাৰ নাকৰ ৰোগ চিকিৎসা কৰি নিৰাময় কৰিছিল। চিকিৎসা-ইতিহাসত এওঁেই প্ৰথম প্ৰসিদ্ধ চিকিৎসক। ইম্হোটেপে খৃঃপূঃ ২৯৮০ চনত জন্ম গ্ৰহণ কৰিছিল। তেওঁ ৰজাৰ চিকিৎসক হোৱাৰ উপৰিও মন্ত্ৰী আৰু স্থাপত্য-বিদ্যা-বিশাৰদো আছিল আৰু এই দুই বিষয়তহে তেওঁ বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল। মিছৰবাসীয়ে তেওঁক স্বাস্থ্যৰ অধিষ্ঠাতা দেৱতা বুলি পূজা কৰিলেও পণ্ডিতসকলে গ্ৰীছ দেশৰ হিপোক্ৰেটিছকহে চিকিৎসা বিদ্যাৰ পিতৃ বুলি অভিহিত কৰে।

## ভাৰতবৰ্ষৰ চিকিৎসা-বিজ্ঞান

অতি পুৰণি কালত ভাৰতবৰ্ষত কেনে ধৰণৰ চিকিৎসা কৰা হৈছিল তাৰ কোনো লিখিত বিৱৰণ পোৱা নাযায়; কিন্তু পণ্ডিতসকলে ভাৱে যে সেইকালত মানুহে ৰোগৰ কাৰণ দেৱ-দেৱীৰ ৰোষ, ডাইনী-যখিনীৰ ক্ৰিয়া আৰু ইন্দ্ৰজালৰ ফল বুলি বিশ্বাস কৰিছিল। পূজা-পাতল আৰু দেৱ-দেৱীক সন্তুষ্ট কৰি আৰু মন্ত্ৰ, তাবিজ, কৱচেৰে পিশাচ আঁতৰাই আৰু ঐন্দ্ৰজালিক কু-ক্ৰিয়া নষ্ট কৰি ৰোগীক সুস্থ কৰিবলৈ মানুহে যত্ন কৰিছিল। খৃঃ পূঃ ৩২৫০ ৰ পৰা খৃঃ পূঃ ২৭৫০ লৈকে আধিপত্য বিস্তাৰ কৰা সিন্ধু উপত্যকাৰ সভ্যতাৰ নিদৰ্শন মহেঞ্জোদাৰো আৰু হৰপ্পাৰ ধ্বংসাৱশেষ পোৱা গৈছে। তাতে আৱিষ্কৃত হোৱা স্নান-গৃহ, মলিয়ন পানী যোৱা নলা, পানী যোগানৰ ব্যৱস্থা, পায়খানাৰ ব্যৱহাৰ, ঘৰৰ পৰিস্থিতি, আবৰ্জনা অপসাৰণৰ ব্যৱস্থা আদিয়ে সেই সময়ৰ লোকসকল সামূহিক স্বাস্থ্য-বিধিৰ নিয়মৰ প্ৰতি যে সজাগ আছিল তাক পোনপটীয়াকৈ দেখুৱাই দিয়ে। নানাবিধ মাছৰ হাড়, হৰিণাৰ শিং, নিমপাত,

প্রৱাল, গঁড়ৰ খড়্গ আদি বস্তুবোৰ ৰোগ চিকিৎসাৰ কাৰণে ব্যৱহৃত হৈছিল। কিছুমান পদার্থ অজীর্ণ ৰোগ আৰু বহুমূত্র ৰোগৰ দৰব বুলি চিনাক্ত কৰা হৈছে।

ঋক্, সাম, যজুঃ আৰু অথর্ব বেদৰ ৰচনা কাল খৃঃ পূঃ ২৫০০ চন বুলি সৰহভাগ পণ্ডিতে বিবেচনা কৰে। এই চতুর্বেদত বিশেষকৈ অথর্ব বেদত ৰোগৰ বিৱৰণ দিয়া আছে। ৰোগৰ কাৰণ আধিভৌতিক-আধিদৈৱিক বা দেৱ-দেৱী, ডাইনী-যখিনী বুলি কোৱা হৈছে আৰু ৰোগৰ চিকিৎসাৰ কাৰণে মন্ত্র, কৱচ, তাবিজ, পূজা-পাতল আদিৰ পৰামর্শ দিয়া হৈছে। অথর্ব বেদত ৰোগৰ বিষয়ে বিতং বিৱৰণ সন্নিৱিষ্ট কৰা ভাগছোৱাক আয়ুর্বেদ বোলা হয়। ইয়াক অথর্ব বেদৰ উপাংগ বেদ বুলিব পাৰি যদিও বহুতো পণ্ডিতে ইয়াক পঞ্চম বেদ বুলি অভিহিত কৰিছে। সমুদ্র মন্থনত ধন্বন্তৰীৰ আবির্ভাৱ হয় আৰু এওঁক হিন্দুসকলে চিকিৎসা-শাস্ত্রৰ অধিপতি দেৱতা বুলি গণ্য কৰে। খৃঃ পূঃ ৮০০ চনত তক্ষশিলাত আত্রেয় নামেৰে এজন চিকিৎসা বিদ্যাবিশাৰদ পণ্ডিতে বাস কৰিছিল। তেওঁ তক্ষশিলাৰ বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। এওঁেই ভাৰতীয় প্রথম প্রসিদ্ধ চিকিৎসক। এওঁৰ পিছত দুজন বিখ্যাত চিকিৎসকৰ নাম পোৱা যায়—চৰক আৰু সুশ্রুত। চৰক কায়-চিকিৎসা-বিশাৰদ আছিল। তেওঁ চৰক-সংহিতা নামেৰে এখন চিকিৎসা-শাস্ত্র সংকলন কৰিছিল। সুশ্রুতৰ কর্মস্থান আছিল



বাৰাণসী। এওঁ চৰকৰ পিছত। তেওঁ এজন প্রসিদ্ধ শল্য-চিকিৎসক আছিল। তেওঁ সুশ্রুত সংহিতা সংকলন কৰিছিল। এই সংহিতাখনত ৭৬০টা দ্রব্যৰ গুণ ব্যাখ্যা কৰা আছে। শল্য-চিকিৎসাত ব্যৱহৃত অস্ত্রৰ বিৱৰণ এই গ্রন্থত সন্নিৱিষ্ট কৰা আছে।

ভাৰতৰ চিকিৎসা-বিজ্ঞানৰ শিক্ষা অতি উচ্চ খাপৰ আছিল। অধ্যাপকসকলে গছ-গছনি, লতা, ফল আদিৰ সহায়ত ছাত্রসকলক শিক্ষাদান কৰিছিল। ছাত্রসকলে প্রথমে পদুমৰ ঠাৰি, কোমোৰা আৰু ৰবৰৰ বল আদিত পানী ভৰাই হাতেৰে স্পর্শ কৰি কেনে অনুভূতি হয় তাৰ বুজ ল'ব লাগিছিল আৰু পিছত সেইবোৰ ছেদন কৰি পানী উলিয়াই লৈ কেনেধৰণৰ স্পর্শ-অনুভূতি হয় তাৰ অভিজ্ঞতা অর্জন কৰিছিল। এই শিক্ষাৰ পিছত জন্তু আৰু শৱত শিক্ষা দান কৰা হৈছিল। তেওঁলোকে কাঠ-বাঁহৰ টুকুৰাৰ (splint) সহায়েৰে ভগাহাড়ৰ চিকিৎসা কৰিছিল; চিজেৰিয়ান অপাৰেচন (Cæsarean operation) কৰাত অভ্যস্ত আছিল; মূত্রস্থলীৰ পাথৰ ভাঙি ৰোগীক ৰোগমুক্ত কৰিছিল আৰু গঠন শল্য-চিকিৎসাত (plastic surgery) পাৰদর্শিতা দেখুৱাইছিল। আধুনিক প্লাষ্টিক শল্য-চিকিৎসাৰ সূচনা হয় ভাৰতবর্ষত।

ভাৰতবর্ষত বড়ি, জুলীয়া বস্তু, চূর্ণ, মালিছ আদি বিভিন্নধৰণৰ ঔষধ ব্যৱহাৰ কৰা হৈছিল। যুদ্ধলৈ সৈন্য-

সামন্ত পঠিয়ালে লগতে এজন বিজ্ঞচিকিৎসক পঠিওৱাৰ ব্যৱস্থা আছিল। মহ আৰু এন্দুৰৰ জৰিয়তে ক্ৰমে মেলেৰীয়া আৰু প্লেগৰোগ বিয়পে বুলি তেওঁলোকে জানিছিল। বসন্তৰোগ নিবাৰণৰ কাৰণে ছিটা দিয়া হৈছিল। সাপে কামুৰিলে দৰৱ আৰু মন্ত্ৰৰদ্বাৰা চিকিৎসা কৰিছিল। যক্ষ্মাৰোগৰ লক্ষণ জ্বৰ, কাহ আৰু খেকাৰত তেজ ওলায় বুলি তেওঁলোকে জানিছিল। দাক্ষিণাত্যত প্ৰচলিত সিদ্ধ চিকিৎসা-পদ্ধতি আয়ুৰ্বেদৰ পদ্ধতিৰ দৰেই।

বেহা-বেপাৰ, পৰিব্ৰজন আৰু আক্ৰমণৰ ফলত দেশ-বিদেশৰ চিকিৎসা-বিজ্ঞান ভাৰতবৰ্ষৰ চিকিৎসা-বিজ্ঞানৰ লগত সংমিশ্ৰণ ঘটে। ভাৰতবৰ্ষৰ আয়ুৰ্বেদ শাস্ত্ৰৰ বহুতো মৌলিক তত্ত্বই য়ুনানী আৰু পশ্চিমীয়া এলোপেথিক চিকিৎসা-বিজ্ঞানৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিছিল ; সেইদৰে আয়ুৰ্বেদ বিজ্ঞানো প্ৰভাৱিত হৈছিল। ইংৰাজী ষষ্ঠ শতিকাত মোগলসকলৰ যোগেদি ভাৰতলৈ য়ুনানী পদ্ধতিৰ চিকিৎসা প্ৰচলিত হয়। ক্ৰমে ভাৰতবৰ্ষত এলোপেথিক আৰু হোমিওপেথিক চিকিৎসাৰ প্ৰচলন ঘটে। এলোপেথিক চিকিৎসাৰ প্ৰচলন আৰু গৱেষণাৰ প্ৰভাৱেই ভাৰতৰ অন্যান্য চিকিৎসা-বিজ্ঞানক ম্লান কৰি পেলায়।

বৰ্তমানে ভাৰতবৰ্ষত পাঁচোটা চিকিৎসা পদ্ধতিৰ প্ৰচলন হৈ আছে—আয়ুৰ্বেদীয়, এলোপেথিক, য়ুনানী, হোমিওপেথিক আৰু অতীজৰ বেজ-বৈদ্যৰ চিকিৎসা। সিদ্ধ



চিকিৎসা-পদ্ধতি আয়ুৰ্বেদীয় চিকিৎসা-পদ্ধতিৰ দৰে। বৰ্তমান জাতীয় চৰকাৰৰ যত্ন-তৎপৰতাত আয়ুৰ্বেদ বিজ্ঞানৰ গৱেষণা হৈ আছে।

বায়ু, পিত্ত, কফ এই তিনি ধাতুৰ বিষম-ক্ৰিয়াৰ ফলত ৰোগৰ উৎপত্তি হয় বুলি আয়ুৰ্বেদ বিজ্ঞানে বিশ্বাস কৰে। এনেদৰেই পুৰণি গ্ৰীক্ চিকিৎসা শাস্ত্ৰতো চাৰিটা ধাতু বা হিউমাৰৰ ( humour ) ক্ৰিয়া সমতাহীন হ'লে ৰোগৰ উৎপত্তি হয় বুলি উল্লেখ আছে।

## আয়ুৰ্বেদীয় চিকিৎসা-বিজ্ঞান ঃ এটি সমীক্ষা

ভাৰতৰ্ষৰ নিজস্ব চিকিৎসা-বিজ্ঞান হৈছে আয়ুৰ্বেদীয় চিকিৎসা-বিজ্ঞান। ইয়াৰ জন্ম হয় ভাৰতবৰ্ষত আৰু ইয়াতেই ইয়াৰ সমৃদ্ধি সাধন হৈছে। শৰীৰ, মন, আত্মা আৰু ইন্দ্ৰিয়ৰ সংযোজনক আয়ু বোলা হয়। আয়ু হিত আৰু অহিতৰ মূল। আয়ুৰ হিতাহিতৰ জ্ঞান সন্নিৱিষ্ট গ্ৰন্থ বা সংহিতাখনৰ নাম আয়ুৰ্বেদ। আয়ুৰ্বেদ শাস্ত্ৰৰ কেতিয়া সূত্ৰপাত হয় তাক সঠিককৈ কোৱা টান। ঋক্‌, যজুঃ, সাম আৰু অথৰ্ববেদৰ জন্ম হয় প্ৰায় ৫০০০ বছৰৰ আগত। আয়ু বিষয়ক তথ্যসমূহ এই চাৰিবেদতেই সিঁচৰতি হৈ আছে। ইবোৰে বিশেষভাৱে প্ৰাধান্য লাভ কৰিছে অথৰ্ববেদত। অথৰ্ববেদৰ এই অংশছোৱাক আয়ুৰ্বেদ বোলা হয়। আয়ুৰ্বেদক সেয়েহে বহুত পণ্ডিতে অথৰ্ববেদৰ উপাংগ বুলি বিবেচনা কৰে; কিন্তু সৰহ সংখ্যক পণ্ডিতৰ মতে আয়ুৰ্বেদ হৈছে এখন পূৰ্ণবেদ আৰু ইয়াক পঞ্চম বেদ বুলি অভিহিত কৰা হয়; কিন্তু সংহিতা আকাৰত সন্নিৱিষ্ট কৰাৰ আগতেও আয়ু বিষয়ৰ জ্ঞান মানৱৰ মাজত প্ৰচলিত আছিল। এই জ্ঞানৰ সূত্ৰপাত মানৱ সভ্যতাৰ সমসাময়িক।



আয়ুৰ্বেদ শাস্ত্ৰৰ সৃষ্টি সম্বন্ধে বহুতো মতবাদ পোৱা যায়। ইবোৰৰ প্ৰধান মতবাদমতে আয়ুৰ্বেদ শাস্ত্ৰৰ সৃষ্টি হয় ব্ৰহ্মাৰপৰা। ব্ৰহ্মাই এই বিদ্যা দান কৰে প্ৰজাপতি দক্ষক আৰু তেওঁৰপৰা এই জ্ঞান লাভ কৰে দুইজন অশ্বিনী-কুমাৰে; এওঁলোকৰ নাম অশ্বিনী আৰু ৰেবত। এওঁলোকে 'চিকিৎসা সাৰতন্ত্ৰ' ৰচনা কৰে। এওঁলোকৰপৰা দেৱৰাজ ইন্দ্ৰ আয়ুৰ্বেদ তত্ত্বৰ জ্ঞানপ্ৰাপ্ত হয়। এই কালছোৱাক ঋষি যুগৰ প্ৰথম স্তৰ বুলিব পাৰি।

ইয়াৰ পিছত ঋষি যুগৰ দ্বিতীয় স্তৰ আৰম্ভ হয়। হিমালয় পৰ্বতৰ নামনিত এখন বৃহৎ ভেষক সম্মিলন হৈছিল; তাত ৫৩ জন ঋষিয়ে যোগদান কৰিছিল। বিদ্যা-বুদ্ধি আৰু অভিজ্ঞতাৰ ওপৰত ভিত্তি কৰিয়েই সেই সম্মিলনৰ সভাপতিৰ আসন শোভা কৰে ভৰদ্বাজ ঋষিয়ে। সভাৰ অনুৰোধক্ৰমে ভৰদ্বাজ ঋষিয়ে দেৱৰাজ ইন্দ্ৰৰ ওচৰলৈ গৈ তেওঁৰপৰা চিকিৎসা-তত্ত্বৰ সাৰমৰ্ম লাভৰ কাৰণে নিৱেদন জনায়। দেৱৰাজ ইন্দ্ৰই ভৰদ্বাজ ঋষিৰ আগত তিনিসূত্ৰত আয়ুৰ্বেদতত্ত্বৰ সাৰমৰ্ম সংক্ষেপতে ব্যক্ত কৰে। এই তিনি সূত্ৰ হ'ল হেতুসূত্ৰ বা ৰোগৰ উৎপত্তিৰ কাৰণ, লিংগসূত্ৰ বা ৰোগৰ লক্ষণ আৰু দ্ৰব্যসূত্ৰ বা ভেষজ ব্যৱহাৰ। ভৰদ্বাজ ঋষিয়ে ভেষজতত্ত্বসমূহ বৈজ্ঞানিক ধাৰাত লিপিবদ্ধ কৰে। ভৰদ্বাজ ঋষিৰ সময়কাল খৃঃ পূঃ ৩০০০। তেওঁ পুনৰ্বসু আত্ৰেয়ক আয়ুৰ্বেদ-বিজ্ঞান বিষয়ক শিক্ষা দান

কৰে। গাৰ্গী আৰু সাৱিত্ৰী দুয়োগৰাকী বিশিষ্টা আয়ুৰ্বেদ-তত্ত্বজ্ঞা মহিলা আছিল। ভৰদ্বাজ ঋষিৰ শিষ্যসকলৰ ভিতৰত অগ্নিৱেশ বিশেষ প্ৰতিভাশালী আছিল। তেওঁ অগ্নিৱেশ তন্ত্ৰ বা অগ্নিৱেশ সংহিতা নামৰ কায়-চিকিৎসা-শাস্ত্ৰ ৰচনা কৰিছিল।

তৃতীয় ঋষি যুগত দুজন স্বনামধন্য চিকিৎসকৰ নাম পোৱা যায়। তেওঁলোক চৰক আৰু সুশ্ৰুত। এওঁলোকৰ ভিতৰত চৰক হৈছে প্ৰাচীন; এওঁৰ কৰ্মকাল সুশ্ৰুতৰ সময়কালতকৈ এশবছৰ আগত। এওঁ অগ্নিৱেশ-সংহিতা সংস্কৰণ কৰি সহজ ভাষাত লিপিবদ্ধ কৰে। এই সংহিতাখনৰ নাম চৰক সংহিতা। সেই সময়ত ভাৰতবৰ্ষ ৰাজনৈতিক অশান্তিৰ কবলত পৰে আৰু বিদেশীয়ে এই দেশ আক্ৰমণ কৰে। তেওঁলোকৰ বহুতেই চৰক-সংহিতাৰ কোনো কোনো অংশ হৰণ কৰি লৈ যায়। এনে অসম্পূৰ্ণ সংহিতাখন সম্পূৰ্ণ কৰে পণ্ডিত দৃঢ়বলে; তেওঁৰ সময়কাল ষষ্ঠ শতাব্দী। তেওঁৰ কৰ্মস্থান আছিল বৰ্তমানৰ লাহোৰ। পণ্ডিত দৃঢ়বলে চৰক-সংহিতাৰ নৱম অধ্যায়ৰপৰা শেষলৈকে প্ৰণয়ন কৰিছিল। চৰক-সংহিতাৰ প্ৰভাৱ ইৰাণ, মধ্য এছিয়া, গ্ৰীছ আৰু চীনত পৰিলক্ষিত হৈছে। চৰক সংহিতা যেনেকৈ আয়ুৰ্বেদ বিজ্ঞানৰ ভেষজ-চিকিৎসা বা কায়-চিকিৎসাৰ মূল গ্ৰন্থ, তেনেকৈ সুশ্ৰুত-সংহিতাও শল্যবিদ্যাৰ মূল গ্ৰন্থ। সুশ্ৰুত আছিল ঋষি বিশ্বামিত্ৰৰ পুত্ৰ। চিকিৎসাৰাজ ধন্বন্তৰীৰ প্ৰপৌত্ৰ দেৱোদাস এজন প্ৰসিদ্ধ চিকিৎসাবিদ আছিল;



তেওঁ কাশীত বাস কৰিছিল। বিশ্বামিত্ৰৰ আদেশ অনুযায়ী সুশ্ৰুতে কাশীলৈ গৈ দেৱোদাসৰ অধীনত চিকিৎসা-শাস্ত্ৰ অধ্যয়ন কৰে। তেওঁ শল্য-চিকিৎসাত বিশেষ পাণ্ডিত্য দেখুৱাইছিল। তেওঁ সুশ্ৰুত-তন্ত্ৰ নামেৰে শল্য-চিকিৎসাৰ এখন মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰে। ১—২ খৃষ্টাব্দত ৰজা কণিষ্কৰ ৰাজসভাত নবীন চৰক নামেৰে এজন প্ৰসিদ্ধ চিকিৎসাবিদ আছিল; তেওঁ সুশ্ৰুত-তন্ত্ৰখন পৰিৱৰ্ধন আৰু পুনৰসংস্কাৰ কৰে, তেতিয়া গ্ৰন্থখনৰ নাম হয় সুশ্ৰুত-সংহিতা। ইয়াত ভেষজ-চিকিৎসা বিষয়ক বহুতো তথ্য সন্নিৱিষ্ট কৰা হৈছে। সুশ্ৰুত সংহিতাত সূত্ৰস্থান, নিদানস্থান, শাৰীৰস্থান, চিকিৎসিত স্থান আৰু কল্পস্থান নামেৰে ছটা ভাগ আছে। আন এখন প্ৰসিদ্ধ গ্ৰন্থ হৈছে অষ্টাংগহৃদয় গ্ৰন্থ; এই গ্ৰন্থখন প্ৰণয়ন কৰে প্ৰথম বাগভটে। এই গ্ৰন্থত শল্য তন্ত্ৰ, শালক্য তন্ত্ৰ, ভূতবিদ্যা তন্ত্ৰ, কৌমাৰ ভৃত তন্ত্ৰ, অগদতন্ত্ৰ, কায় চিকিৎসা তন্ত্ৰ, ৰসায়ন তন্ত্ৰ আৰু বাজীকৰণ তন্ত্ৰ নামেৰে আঠোটা ভাগ আছে। চৰক-সংহিতা, সুশ্ৰুত-সংহিতা আৰু অষ্টাংগসংগ্ৰহ এই তিনিখন গ্ৰন্থক বৃদ্ধত্ৰয়ী বোলা হয়। কাশ্যপ সংহিতা কাশ্যপ ঋষিয়ে ৰচনা কৰে; ইয়াত কৌমাৰ ভৃত তন্ত্ৰ সম্বন্ধে বহুতো তথ্য পোৱা যায়।

ইয়াৰ পৰৱৰ্তী কালত আন আন প্ৰসিদ্ধ আয়ুৰ্বেদ বিশাৰদৰ ভিতৰত নাগাৰ্জুন, চক্ৰপাণি, মাধৱকৰ, ভাৱমিশ্ৰ আদিৰ নাম বিশেষভাৱে উল্লেখযোগ্য। চক্ৰপাণি এজন

ৰসায়ন শাস্ত্ৰৰ পণ্ডিত আছিল। নাগাৰ্জুনৰ বৈদ্যক পাৰ্থ, চক্ৰপাণিৰ চক্ৰদত্ত, মাধৱকৰৰ নিদান গ্ৰন্থ আৰু ভাৱমিশ্ৰৰ ভাৱ প্ৰকাশ প্ৰসিদ্ধ আয়ুৰ্বেদ শাস্ত্ৰৰ গ্ৰন্থ। কায়চিকিৎসা আৰু শল্য-চিকিৎসা তত্ত্বৰ উপৰিও দ্ৰব্যগুণ তন্ত্ৰ আৰু ৰসায়ন তত্ত্বৰে আয়ুৰ্বেদ বিজ্ঞান চহকী।

আয়ুৰ্বেদ শাস্ত্ৰ ভাৰততে জন্ম হোৱা অতি প্ৰাচীন মৌলিকতাপূৰ্ণ বেদ। কোনো কোনোৱে আয়ুৰ্বেদ বিজ্ঞানৰ উৎপত্তিস্থান ভাৰতবৰ্ষ নহয় বুলি ভাৱে; কিন্তু বিশদ গভীৰ গৱেষণাৰ ফলত এই সন্দেহ ভিত্তিহীন বুলি প্ৰমাণিত হৈছে। ভাৰতবৰ্ষৰপৰা আয়ুৰ্বেদৰ তত্ত্বসমূহ আৰব, গ্ৰীছ, মধ্য এছিয়া, চীন আৰু অন্যান্য দেশলৈ প্ৰসাৰিত হৈছে। এই বিষয়ত সন্দেহৰ কোনো স্থল নাই।

বায়ু, পিত্ত, কফ আৰু (সুশ্ৰুতৰ মতে) শোণিত; এই চাৰি ধাতুৰ সমতাপূৰ্ণ ক্ৰিয়াই সুস্থ শৰীৰৰ কাৰণ। এই চাৰি ধাতুৰ ক্ৰিয়াৰ বৈষম্যৰ ফলত ৰোগৰ সৃষ্টি হয়। এই চাৰি ধাতুৰ মাজত কেনেকৈ সমতা ৰক্ষা কৰিব পাৰি আৰু সিহঁতৰ মাজত বৈষম্যই দেখা দিলে কেনেকৈ তাক শুধৰাব পাৰি এইবোৰৰ বিশেষ বিৱৰণ আয়ুৰ্বেদ শাস্ত্ৰত সন্নিৱিষ্ট আছে। এলোপেথিক চিকিৎসা বিজ্ঞানে ৰোগৰ কাৰণ স্থূলভাৱে শৰীৰ যন্ত্ৰ সংক্ৰান্ত (Organic) আৰু ক্ৰিয়াগত (Functional) এই দুই ভাগত শ্ৰেণীবদ্ধ কৰিছে। আয়ুৰ্বেদ বিজ্ঞানেও ব্যাধিসমূহৰ হেতু নিজ বা শৰীৰসংক্ৰান্ত আৰু



আগন্তুক এই ভাগত শ্ৰেণীভুক্ত কৰিছে। আয়ুৰ্বেদ বিজ্ঞানত নিদান তত্ত্ব (pathology) আৰু চিকিৎসা তত্ত্ব (therapeutics) এই দুই বিষয়ৰ আলোচনা কৰা হৈছে। নিদান তত্ত্বত দুটা অংগ আছে—কাৰণ তত্ত্ব (actiology) আৰু লক্ষণ তত্ত্ব (symptomatology)। এলোপেথিক চিকিৎসা-বিজ্ঞানত যেনেকৈ ৰোগৰ তত্ত্বসমূহ বিজ্ঞানসম্মতভাৱে বিবেচনা কৰা হৈছে তেনেকৈ আয়ুৰ্বেদ বিজ্ঞানৰ পণ্ডিত-সকলেও ৰোগৰ তত্ত্বসমূহ বিবেচনা কৰিছে।

বৌদ্ধ জীৱকৰ সময়কাল খৃষ্টপূৰ্ব ষষ্ঠ শতিকা; তেওঁ বৌদ্ধ ভিক্ষুক আত্ৰেয়ৰ অধীনত আয়ুৰ্বেদ শাস্ত্ৰৰ শিক্ষা লাভ কৰিছিল আৰু তক্ষশিলা বিশ্ববিদ্যালয়ত অধ্যাপনা কৰিছিল। তেওঁ বুদ্ধদেৱৰ চিকিৎসক আছিল। তেওঁ প্ৰাচীন আয়ুৰ্বেদ শাস্ত্ৰত বৌদ্ধযুগৰ বহুতো তত্ত্ব সন্নিৱিষ্ট কৰে। সেই সময়ৰ ৰজা-মহাৰাজাসকলে আয়ুৰ্বেদ শাস্ত্ৰক আদৰ কৰিছিল। শকৰজা কণিষ্কই প্ৰথম শতাব্দীত ৰাজত্ব কৰিছিল। তেওঁৰ সভাত বহুতো আয়ুৰ্বেদ শাস্ত্ৰৰ পণ্ডিত আছিল। মহাপণ্ডিত নাগাৰ্জুন কণিষ্কৰ ৰাজসভাৰ প্ৰধান চিকিৎসক আছিল। তেওঁ ধাতু, উপধাতুৰ শোধন, জাৰণ, ভস্মীকৰণ আদি ব্যৱস্থা গ্ৰহণ কৰি ভেষজদ্ৰব্য তৈয়াৰ কৰিছিল। সেই সময়ত পাৰদৰ বিশেষ ব্যৱহাৰ হৈছিল আৰু সেইকাৰণে বৌদ্ধ যুগৰ এই ভেষজ তত্ত্বৰ গ্ৰন্থসমূহক ৰসশাস্ত্ৰ বুলি ব্যাখ্যা দিয়া হৈছিল। বৌদ্ধ যুগ আৰু তাৰ পিছত সপ্তদশ শতিকা-

লৈকে আয়ুৰ্বেদ শাস্ত্ৰৰ প্ৰচাৰ আৰু প্ৰসাৰ হৈছিল। মাধৱকৰ, কুমাৰ ভট্ট, চক্ৰপাণি আদি পণ্ডিতসকলে সৰল ভাষাত চিকিৎসা শাস্ত্ৰ প্ৰণয়ন কৰিছিল।

মৌৰ্যযুগত আয়ুৰ্বেদ শাস্ত্ৰৰ উন্নতি সাধন হৈছিল। সেই সময়ত বিখ্যাত চিকিৎসাবিষয়ক গ্ৰন্থ হৈছে "মিলিন্দ পন হো"। সপ্তম শতাব্দীৰপৰা সপ্তদশ শতাব্দীলৈকে যিসকল আয়ুৰ্বেদৰ পণ্ডিত আছিল তেওঁলোকে মূল্যবান তথ্যসমূহ সংগ্ৰহ কৰি গ্ৰন্থ প্ৰণয়ন কৰিছিল। মাধৱ নিদান এখন উৎকৃষ্ট গ্ৰন্থ। এই যুগক সংগ্ৰহকাল বুলিব পাৰি। এই কালছোৱাত বহিৰাগত লোকসকলে বহুতো আয়ুৰ্বেদ-গ্ৰন্থ অপহৰণ কৰে আৰু বহুতো গ্ৰন্থ ধ্বংস কৰে। ইয়াৰ পিছত ঊনবিংশ শতিকাৰ ইংৰাজসকলে এলোপেথিক চিকিৎসাৰ প্ৰচলন কৰে। এলোপেথিক চিকিৎসাৰ বিশেষভাৱে গৱেষণা হ'বলৈ ধৰিলে; কিন্তু আয়ুৰ্বেদ বিজ্ঞানৰ তেনে গৱেষণা নহ'ল। ফলত আয়ুৰ্বেদ বিজ্ঞানৰ উন্নতিত বাধা পৰে আৰু লাহে লাহে ইয়াৰ প্ৰচাৰ আৰু ব্যৱহাৰ কমিবলৈ ধৰে। দেশ স্বাধীন হোৱাৰ পিছত বিংশ শতাব্দীৰ জাতীয় চৰকাৰৰ তত্ত্বাৱধানত ইয়াৰ গৱেষণা হ'বলৈ ধৰিলে আৰু নানা ঠাইত আয়ুৰ্বেদীয় চিকিৎসকৰ কাৰণে হাস্পতাল স্থাপন কৰা হৈছে।

---

## চীন দেশৰ চিকিৎসা-বিজ্ঞান

অতীজত চীন দেশত মানুহে ৰোগৰ কাৰণ যাদু, ভূত, প্ৰেত ইত্যাদি বুলি ভাবিছিল আৰু তেওঁলোকে যাদুবিদ্যা, মন্ত্ৰ, পূজা, কৱচ আদিৰে ৰোগীক চিকিৎসা কৰিছিল। চীন সম্ৰাট চেন নুঙৰ (Shen Nung) দিনত লিখিত চিকিৎসা বিধি পোৱা যায়। খ্ৰঃ পূঃ ৩০০০ চনত এই সম্ৰাটজনে ৰাজত্ব কৰিছিল আৰু তেওঁ নিজৰ শৰীৰৰ ওপৰত বিষাক্ত পদাৰ্থকে ধৰি বহুতো দ্ৰব্যৰ ক্ৰিয়া পৰীক্ষা কৰি চাই এখন দ্ৰব্যগুণৰ গ্ৰন্থ লিখিছিল। এই গ্ৰন্থত ১০০০ দ্ৰব্যৰ বিৱৰণ পোৱা যায়। চীনাসকলে তেওঁক চিকিৎসা বিদ্যাৰ পিতৃ বুলি অভিহিত কৰে। হোৱাং টি নামৰ আন এজন সম্ৰাটে খ্ৰঃপূঃ ২৬৫০ চনত এখন চিকিৎসা-বিজ্ঞানৰ গ্ৰন্থ প্ৰণয়ন কৰে। এই গ্ৰন্থখনকে চীনদেশৰ চিকিৎসা-বিজ্ঞানৰ মূলগ্ৰন্থ বুলিব পাৰি। এই গ্ৰন্থত ৰক্ত সঞ্চালনৰ বৰ্ণনা দিয়া আছে; এই বৰ্ণনা বৈজ্ঞানিক ভিত্তিত স্থাপিত। চীনা বিজ্ঞানীসকল ৰক্তসঞ্চালনৰ বৈজ্ঞানিক পদ্ধতিৰ বিষয়ে অৱগত আছিল বুলি বহুতে ভাৱে।

লাহে লাহে অনুসন্ধিৎসু মনে ৰোগৰ কাৰণ উলিয়াবলৈ যত্ন কৰিলে। তেওঁলোকে ৰোগৰ হেতু ইয়াং (Yang) আৰু ইন (Yin) বুলি ঠাৱৰ কৰিলে। ইয়াং আৰু ইন্ হৈছে মতা-মাইকী, জীৱন-মৰণ, শক্তি-দৌৰ্বল্যৰ কাৰণ আৰু এই দুই ভাৱধাৰাৰ সামঞ্জস্য নাথাকিলে ৰোগৰ উৎপত্তি হয় বুলি চীনাসকলে বিশ্বাস কৰে। আন এটা মতবাদ মতে মাটি, পানী, জুই, কাঠ আৰু ধাতু এই পঞ্চভূতৰ সুসামঞ্জস্য হৈছে স্বাস্থ্য। ৰোগৰ কাৰণ গ্ৰীকসকলৰ হিউমাৰ আৰু ভাৰতীয়সকলৰ ধাতু, এই মতবাদৰ লগত চীনাসকলৰ পঞ্চভূতৰ মিল আছে।

অংগমৰ্দন আৰু বেজীৰে ছিদ্ৰ (acupuncture) কৰি ৰোগৰ চিকিৎসা কৰা হৈছিল। বিশেষকৈ বিষ-ৰোগত আৰু সংজ্ঞা হৰণ কাৰ্যত একুপান্‌চাৰৰ ব্যৱহাৰ কৰা হৈছিল। এতিয়াও এই পদ্ধতিৰ প্ৰচলন দেখা যায়। চীনাসকলে ভেড়াৰ থাইৰয়ড (thyroid) গ্ৰন্থি খুৱাই ক্ৰেটিন (cretin) ৰোগ চিকিৎসা কৰিছিল।

হুৱা টু (Hua Tu)ৱে খৃঃ ১১৫ চনত জন্ম গ্ৰহণ কৰে। তেওঁ এজন বিখ্যাত শল্য-চিকিৎসক আছিল। তেওঁ ৰোগীক ভাং খুৱাই অস্ত্ৰ চিকিৎসা কৰিছিল। তেৱেঁই প্ৰথমতে চীনত সংজ্ঞাহৰণ বিজ্ঞান (anæsthesia) প্ৰচলন কৰা বুলি কোৱা হয়। তেওঁ প্ৰায় ২০০ প্ৰকাৰৰ নাড়ীৰ বিষয়ে উল্লেখ কৰে আৰু নাড়ী-জ্ঞানৰপৰাই ৰোগ নিৰ্ণয় কৰিব



পাৰি বুলি দাবী কৰে। চাং চুং কিং দ্বিতীয় শতাব্দীৰ এজন বিশিষ্ট চিকিৎসক আছিল। তেওঁ ৰোগীক ভালকৈ নিৰীক্ষণ কৰি ৰোগ নিৰ্ণয় কৰি চিকিৎসা কৰিছিল। তেওঁৰ পদ্ধতি ব্যৱহাৰিক আছিল। সম্ৰাট কিয়েন লুঙে (Kien Lung) খৃঃ ১৭৪৪ চনত বিশেষজ্ঞৰ হতুৱাই সেই সময়ৰ চিকিৎসা-বিদ্যাৰ সকলো কথা সংগ্ৰহ কৰাই The Golden Mirror of Medicine নামৰ বৃহৎ গ্ৰন্থ সংকলন কৰিছিল। এতিয়া নিজৰ চিকিৎসা-পদ্ধতিৰ উপৰিও চীন দেশত এলোপেথিক চিকিৎসা-পদ্ধতিৰ প্ৰচলন হৈছে।

---

## ইহুদীসকলৰ চিকিৎসা-বিজ্ঞান

ইহুদীসকলে কেৱল এজন ঈশ্বৰৰ ওপৰতেই বিশ্বাস স্থাপন কৰে। জন্ম, মৃত্যু আৰু ৰোগৰ কাৰণ সেই এক ঈশ্বৰেই বুলি বিশ্বাস কৰে; পাপৰ ফল হৈছে ৰোগ আৰু ঈশ্বৰ সন্তুষ্ট হ'লেহে সেই ৰোগৰপৰা মুক্তি পাব পাৰি। সেই কাৰণে কোনো মানুহে চিকিৎসা-বিজ্ঞান চৰ্চা কৰি ৰোগীক ৰোগমুক্ত কৰিবলৈ যত্নবান হ'লে তেওঁ ঈশ্বৰৰ বিৰুদ্ধাচৰণ কৰা বুলি ইহুদীসকলে জ্ঞান কৰিছিল; সেয়েহে পুৰণিকালত খ্যাতিমন্ত ইহুদী চিকিৎসকৰ অভাৱ আছিল। ইহুদীসকলে শাৰীৰস্থান বিষয়ে চৰ্চা কৰিছিল। স্পিল্ণ্ট (splint) আৰু বেণ্ডেজৰ সহায়েৰে অস্থিৰোগৰ চিকিৎসা কৰিছিল। কোনো কোনো ৰোগৰ চিকিৎসাৰ কাৰণে শৰীৰৰপৰা তেজ উলিয়াই দিছিল।

চিকিৎসা-জগতত ইহুদীসকলৰ বিশেষ অৱদান হৈছে ব্যক্তিগত আৰু সামূহিক স্বাস্থ্যৰক্ষাৰ ব্যৱস্থা। পৰিষ্কাৰ-পৰিচ্ছন্নতাই মানুহক ঈশ্বৰৰ ওচৰলৈ আনে। এই বিশ্বাসতেই তেওঁলোকে ভালকৈ গা ধুই, গাত তেল সানিছিল, কাপোৰ-



কানি পৰিষ্কাৰ কৈ ধুই ৰাখিছিল। খোৰা বস্তুত যাতে মাখি নপৰে তাৰ কাৰণে খাদ্য-দ্ৰব্য ঢাকি ৰাখিছিল, ৰোগ যাতে বিয়পিব নোৱাৰে তাৰ ব্যৱস্থা লৈছিল। কুষ্ঠৰোগীক স্পৰ্শ কৰি ভালকৈ হাত ধুইছিল; কুষ্ঠৰোগীয়ে ব্যৱহাৰ কৰা কাপোৰ-কানি ভালকৈ ধুইহে ৰাখিছিল। ৰোগী থকা ঘৰ বীজাণুহীন কৰিছিল। যুঁজাৰুসকলে যুঁজলৈ যাওঁতে অস্ত্ৰ-শস্ত্ৰৰ আগত কাঠৰ হেতা বান্ধি নিবলৈ বাধ্য আছিল। মলত্যাগৰ সময়ত সেই হেতাৰে মাটিত গাঁত খান্দি তাত মলত্যাগ কৰি হেতাৰ সহায়েৰে মল মাটিৰে ঢাকি থৈছিল।

ইহুদীসকল স্বাস্থ্যৰক্ষা-নীতিৰ পথ প্ৰদৰ্শক। তেওঁলোকেই প্ৰথমে স্বাস্থ্যৰক্ষাৰ কিতাপ লিখে; ব্যক্তিগত আৰু সামূহিক স্বাস্থ্যৰক্ষাৰ বীজ ইহুদীসকলে ৰোৱে। ৰোগৰ বিস্তৃতি ৰোধ কাৰ্যত তেওঁলোকেই পথ-প্ৰদৰ্শক।

---

## গ্ৰীছ দেশৰ চিকিৎসা-বিজ্ঞান

প্ৰাচীন গ্ৰীছদেশৰ চিকিৎসা-বিজ্ঞানৰ ভিত্তি আছিল আধিভৌতিক আৰু আধিদৈৱিক শক্তি। দেৱ-দেৱী, ভূত-প্ৰেত, যাদু ইত্যাদিয়েই ৰোগৰ হেতু বুলি গ্ৰীক্‌সকলে বিশ্বাস কৰিছিল। যাজক, চিকিৎসক আৰু যাদুকৰসকলে চিকিৎসা কৰিছিল। ধৰ্মীয় ক্ৰিয়া-কাণ্ড আৰু যাদু বিদ্যাৰ সহায়ত ৰোগৰ উপশম কৰিবলৈ যত্নবান হৈছিল। এনে-বোৰ ব্যৱস্থাৰ লগত বিভিন্ন দ্ৰব্যও ব্যৱহাৰ কৰা হৈছিল। সেই সময়ত দেশত মূলতে দুই শ্ৰেণীৰে লোক আছিল— অভিজাত শ্ৰেণী আৰু সাধাৰণ প্ৰজা—দাস শ্ৰেণী। ৰজা, অমাত্য, ধৰ্মযাজক, চিকিৎসক, ৰজাৰ উচ্চ বিষয়ববীয়া-সকল অভিজাত শ্ৰেণীৰ। তেওঁলোকে সাধাৰণ শ্ৰেণীৰ লোক-সকলক পৰিচালনা কৰি তেওঁলোকৰ উপাৰ্জনৰ সৰহ ভাগ আহৰণ কৰি নিজৰ সুখ, স্বাচ্ছন্দ্যৰ কাৰণে ব্যৱহাৰ কৰিছিল। এনে ৰাজনৈতিক আৰু আৰ্থিক পৰিস্থিতি ৰক্ষা কৰি থাকিবলৈ হ'লে অকল দৈহিক শক্তিয়েই যথেষ্ট নহয়, এই



কথা প্ৰথম শ্ৰেণীৰ লোকসকলে বুজি পাইছিল। এনে ক্ষেত্ৰত আধিভৌতিক আৰু আধিদৈৱিক শক্তিৰ প্ৰয়োজন হয়। যুক্তি-তৰ্ক আৰু বিশ্লেষণাত্মক মনোভাৱ শোষণাত্মক অৱস্থাৰ পৰিপন্থী। ইয়াত স্থান আছে যুক্তিহীন আত্মম্ভৰী অভিজ্ঞতা আৰু কুসংস্কাৰৰ। এই দুই শক্তিয়েই তেতিয়াৰ গ্ৰীছদেশত যথেষ্ট পৰিমাণে আধিপত্য বিস্তাৰ কৰিছিল; কিন্তু সময়ৰ সোঁতত মহান উদাৰ ব্যক্তিসকলৰ জন্ম হ'ল। মহাকবিসকলে মহাকাব্য ৰচনা কৰি সত্যৰ সন্ধান দিলে আৰু বিশিষ্ট দাৰ্শনিকসকলে সত্য-অনুসন্ধিৎসু মনোবৃত্তি গঠন কৰিলে। জনসাধাৰণে নিজক বুজিবলৈ ধৰিলে, আত্মবিশ্বাসৰ জন্ম হ'ল। ফলত আনুভূতিক কাৰ্য-কলাপৰ ঠাইত লাহে লাহে বিচাৰ-বুদ্ধিযুক্ত ভাৱধাৰাই কৰ্মোদ্দীপনা জগালে। এনেকৈয়ে মানুহৰ বিভিন্ন কৰ্ম প্ৰচেষ্টা তথা চিকিৎসা ক্ষেত্ৰতো বৈজ্ঞানিক ভাৱধাৰাৰ সূত্ৰপাত হ'ল।

খৃঃ পূঃ ৪০০০ চনৰপৰা খৃঃ পূঃ ২০০০ চনলৈকে ক্ৰীট দ্বীপত মিনোৱা সভ্যতাৰ আধিপত্য আছিল আৰু ই গ্ৰীছ দেশলৈকে সামৰি লৈছিল। সেই সভ্যতাৰ সময়ত চিকিৎসা ক্ষেত্ৰত সৰ্প ব্যৱহাৰ কৰা হৈছিল। সেই সময়ৰ ভাস্কৰ্যবোৰত সৰ্পৰ ছবি খোদিত হোৱা দেখা যায়। সৰ্পৰ প্ৰতীক ৰোগ নিৰাময়ৰ ক্ষেত্ৰত এটা শুভ প্ৰতীক বুলি বিবেচিত হৈছে।

এপোলো হৈছে গ্ৰীকসকলৰ স্বাস্থ্যৰ অধিষ্ঠাতা দেৱতা। তেওঁৰ ইজিয়ান দ্বীপপুঞ্জৰ ডেলোছ (Delos) নামৰ দ্বীপত জন্ম হৈছিল। তেওঁক কেঁচুৱা অৱস্থাতে ডেল্ফি (Delphi) দ্বীপলৈ লৈ যোৱা হয়। তাত তেওঁ এটা অজগৰ সাপ ধ্বংস কৰে; তেতিয়া তেওঁ চাৰিওফালে বিখ্যাত হৈ উঠে। গ্ৰীকসকলে তেওঁক দেৱতা হিচাপে আৰাধনা কৰিবলৈ ধৰিলে। ডেল্ফি গ্ৰীকসকলৰ পুণ্যস্থান হ'ল। ডেল্ফিৰ দৈৱবাণীৰপৰা বহুতো ৰোগী উপকৃত হৈছিল। ডেল্ফিত এপোলোৰ মন্দিৰ নিৰ্মাণ কৰা হৈছিল। সেই মন্দিৰৰ ওচৰত এটা ডাঙৰ পাথৰৰ গাত এটা বৃহৎ ফাট আছিল আৰু সেই ফাটৰপৰা ধোঁৱা ওলাই আছিল। এই ফাটৰ ওপৰত এখন ত্ৰিপদী আসন আছিল; তাতে এগৰাকী পূজাৰিণীয়ে লৰে'ল (Laurel) গছৰ পাত চোবাই বহি আছিল। তেওঁক ভৱিষ্যতৰ বিষয়ে কোনো প্ৰশ্ন কৰিলে তাৰ সবিশেষ সমিধান দিছিল। ৰোগীসকলেও তেওঁলোকৰ ৰোগৰ নিৰাময়ৰ বিষয়ে প্ৰশ্ন সুধিলে কোনটো ৰোগৰপৰা কেনেকৈ মুক্তি পাব পাৰি তাৰ ইংগিত দিছিল। তেওঁৰ কথাবোৰ বৰ স্পষ্ট নাছিল। এয়ে ডেল্ফিৰ দৈৱবাণী (Oracle of Delphi)। ৰোগী-সকলৰ বহুতেই ডেল্ফিৰ দৈৱবাণীৰ সহায়ত মুক্তি পাবলৈ যত্নবান হৈছিল

খৃঃ পূঃ ১২৫০ চনত এছক্লেপয়ছ্ (Asklepois)



গ্ৰীছদেশত থকা বুলি জনা যায়। তেওঁ অসংখ্য ৰোগীক চিকিৎসা কৰি ৰোগৰপৰা মুক্ত কৰিছিল। আনকি তেওঁ মৃত মানুহকো জীৱন দান দিছিল বুলি প্ৰবাদ আছে। তেওঁ এপোলোৰপৰা চিকিৎসা-বিদ্যাৰ শিক্ষা লাভ কৰি-ছিল। মৃতকক জীৱন দান দিয়াৰ ফলত মৃতকৰ ৰাজ্যত আত্মাৰ সংখ্যা কমি আহিবলৈ ধৰিলে। সেই ৰাজ্যৰ অধিপতি প্লুটোৱে দেৱৰাজ জিউছক (Zeus) তেওঁৰ ৰাজ্যত উদ্ভৱ হোৱা পৰিস্থিতিৰ বিষয়ে নিৱেদন কৰিলে। দেৱৰাজ জিউছে বজ্ৰেৰে এছক্লেপয়ছক বিনাশ কৰিলে। এছক্লেপয়ছৰ চিকিৎসা-বিদ্যাৰ দক্ষতাৰ কথা চাৰিওফালে বিয়পি পৰিলত তেওঁৰ নামত বহুতো অৰ্চনাৰ স্থান বা মন্দিৰ নিৰ্মাণ হ'ল। এই স্থানবোৰৰ ওচৰত একোটাকৈ ডাঙৰ গৰ্ত নিৰ্মাণ হৈছিল আৰু সেই গৰ্তত সৰ্প ৰখা হৈছিল। এপিডউ-ৰাছত অৱস্থিত এনে মন্দিৰ বৰ বিখ্যাত। এই স্থানবোৰত ৰোগীক চিকিৎসা কৰা হৈছিল; এই চিকিৎসাক 'সুপ্তাৱস্থা' (incubation) বা মন্দিৰ শয়ন (temple sleep) চিকিৎসা বোলা হয়। চিকিৎসাৰ কাৰণে কোনো ৰোগী এনে মন্দিৰলৈ আহিলে যাজক-চিকিৎসকে দৈৱিক চিকিৎসাৰ কৃতকাৰ্যতাৰ বিৱৰণিৰেসৈতে ৰোগীৰ আগত এটা ভাষণ দিয়ে; তাৰ পিছত জুলাপেৰে ৰোগীৰ পেট পৰিষ্কাৰ কৰি লৈ গাত ভালকৈ তেল ঘঁহি অংগমৰ্দন কৰি দিয়ে। ইয়াৰ পিছত ৰোগীক নিজৰাৰ শীতল পানীত ঘঁহি-পিহি ভালকৈ গা-

ধুবলৈ দিয়া হয়। ৰোগীক সুসম কিন্তু সাধাৰণ আৰু সহজতে হজম হোৱা আহাৰ দিয়া হয়। মদ্যপান নিষেধ কৰা হয়। শেষত দেৱতাৰ আগত কুকুৰা বা ভেঁড়াৰ পোৱালি বলি দিয়া হয়। এনেকৈ নিজক শুদ্ধ কৰি লোৱাৰ পিছত ৰোগী মন্দিৰৰ সমুখত শুই পৰে। ৰাতি যাজক-চিকিৎসক-ৰূপী দেৱতা ৰোগীৰ আগত উপস্থিত হয় আৰু তেওঁ কি কৰিব লাগে তাক বিৱৰি কয়। ৰোগী টোপনিত অজ্ঞান হৈ পৰি থাকে; তেওঁ যাজকৰ কথাবোৰ সপোন যেন দেখে আৰু দিনত সেই কথা আনৰ আগত বিৱৰি কয়। স্বপ্নাৱস্থাত থাকোঁতে ৰোগীৰ ওপৰত অস্ত্ৰচিকিৎসা কৰা হয়। গৰ্তৰপৰা ওলাই অহা সাপে চকু বা ঘা চেলেকি ৰোগৰপৰা মুক্তি হোৱাত সহায় কৰে। সামূহিকভাৱে বছৰত দুবাৰকৈ এনে 'মন্দিৰ শয়ন' চিকিৎসাৰ ব্যৱস্থা কৰা হৈছিল। ৰোগীয়ে আৰোগ্য লাভ কৰি যাজক চিকিৎসকক মাননি দিছিল; মাননি নহ'লে তেনে চিকিৎসাৰ ব্যৱস্থা কৰা নহৈছিল। ৰোগৰপৰা মুক্তি পাই মাননি নিদিলে বহুতো ৰোগীয়ে আকৌ সেই ৰোগত ভুগিব লাগিছিল। ৰোগীয়ে ৰোগ বৰ্ণনা কৰা আৰু এনে চিকিৎসাৰ পৰা আৰোগ্য লাভ কৰা বিৱৰণি খোদিত কৰা মন্দিৰৰ প্ৰস্তৰ ফলি পোৱা গৈছে। খৃঃ পূঃ অষ্টম শতিকাত এনে চিকিৎসা পদ্ধতিৰ বিশেষ প্ৰচলন হৈছিল; এতিয়াও এনে পদ্ধতি গ্ৰীছ, ঈজিয়ান দ্বীপপুঞ্জ, এছিয়া মাইনৰ আৰু



ইটালীত প্ৰচলিত হৈ আছে।

লাহে লাহে হোমাৰৰ মহাকাব্য ইলিয়াড আৰু অ'ডিছিৰ শিক্ষা আৰু পিথাগোৰাছ আদি দাৰ্শনিক পণ্ডিত-সকলৰ দাৰ্শনিক মতবাদে মানুহৰ মনৰপৰা অন্ধকাৰ আঁতৰাই দিবলৈ ধৰিলে আৰু বৈজ্ঞানিক পদ্ধতিত চিকিৎসাৰ সূচনা হ'বলৈ ধৰিলে।

---

## হিপোক্রেটিছৰ যুগ

হিপোক্রেটিছৰ আৱিৰ্ভাৱৰ সময়ত গ্ৰীছৰ চিকিৎসা পদ্ধতি আধিভৌতিক আৰু আধিদৈৱিক কাৰণৰ ওপৰত প্ৰতিষ্ঠিত আছিল। দেশৰ লোকসকল ধনী আৰু দুখীয়া এই দুই শ্ৰেণীত বিভক্ত আছিল। ডাইনী-যখিনী, দেৱ-দেৱী আৰু মন্ত্ৰ এইবোৰৰ ওপৰত ভিত্তি কৰিয়েই আঢ্যৱন্ত লোকসকলে দৰিদ্ৰ লোকসকলৰ ওপৰত আধিপত্য বিস্তাৰ কৰিবলৈ যত্নবান হৈছিল। মহাকাব্য আৰু দৰ্শনৰ প্ৰচলন হোৱাৰ লগে লগে মানুহৰ মন বৈজ্ঞানিক চিন্তাৰ ফালে ঢাল খালে। আধুনিক বিজ্ঞানসম্মত চিকিৎসা পদ্ধতিৰ পথ-প্ৰদৰ্শক হৈছে হিপোক্রেটিছ। সেয়ে হিপোক্রেটিছক আধুনিক চিকিৎসা-বিজ্ঞানৰ পিতৃ বোলা হয়। খৃঃ পূঃ ৪৬০ চনত হিপোক্রেটিছৰ জন্ম হয় আৰু তেওঁ ৩৫৫ চনত ইহলীলা সম্বৰণ কৰে। তেওঁ চিকিৎসা-বিজ্ঞানৰ ব্যৱহাৰিক (Clinical) দিশত গুৰুত্ব আৰোপ কৰিছিল; মতবাদৰ ওপৰত সিমান গুৰুত্ব দিয়া নাছিল। হিপোক্রেটিছৰ সময়ৰপৰাই বৈজ্ঞানিক আৰু আধিদৈৱিক-আধিভৌতিক এই দুই ধৰণৰ চিকিৎসা



পদ্ধতি গ্ৰীছ দেশত প্ৰচলন হ'বলৈ ধৰিলে।

গ্ৰীছ দেশৰ বহুতো ৰোগীয়ে "মন্দিৰ শয়ন" চিকিৎসাৰ আশ্ৰয় লৈছিল; এই পদ্ধতিৰ চিকিৎসা এতিয়াও কোনো কোনো ঠাইত প্ৰচলিত হৈ আছে। কোনো কোনো ৰোগৰ হেতু যে বীজাণু হ'ব পাৰে, এই কথা কোনো লোকে নাজানিছিল। কলেৰা, গ্ৰহণী, সন্নিপাত জ্বৰ আদি ৰোগ ভূত-প্ৰেতৰপৰা হোৱা বুলি তেওঁলোকে ভাবিছিল। খ্ৰী° পূঃ অষ্টম শতিকাত নুমাত চহৰত হোৱা কলেৰা মহামাৰীৰ প্ৰকোপ ৰোধ কৰিবলৈ মানুহ এজনক ছাগলীৰ ছাল পিন্ধাই চহৰে চহৰে ঘূৰাই লৈ ফুৰিছিল। খ্ৰী° পূঃ পঞ্চম শতিকাত তিৰোতাৰ মহামাৰী ৰোগ ৰোধ কৰিবলৈ পদ-স্খলন হোৱা অবিবাহিতা ছোৱালীক জীয়াই জীয়াই মাটিত পুতি থৈছিল। খ্ৰী° পূঃ ৪৩০ চনত হোৱা প্লেগ মহামাৰী ৰোধ কৰিবলৈ এথেন্স মহানগৰীৰ ৰাস্তাত বিৰাট জুই জ্বলাইছিল।

হিপোক্রেটিছৰ শিক্ষা-পদ্ধতিত মতবাদতকৈ ব্যৱহাৰিক দিশতহে বেছি গুৰুত্ব দিয়া হৈছিল। তেওঁৰ শিক্ষাত বিশেষকৈ চাৰিটা বিষয় মন কৰিবলগীয়া— চিকিৎসা-বিদ্যাত নৈতিকতা, ৰোগীৰ বিশ্লেষণাত্মক নিৰীক্ষণ; ৰোগৰ লক্ষণ আদি লিপিবদ্ধকৰণ আৰু ৰোগৰ গতি আৰু ফলৰ অৱলোকন। অভিজাত লোকৰ কাৰণে বিজ্ঞ চিকিৎসক আৰু সাধাৰণ প্ৰজা-দাসৰ কাৰণে দাস

চিকিৎসকৰ ব্যৱস্থা আছিল। এই দাস চিকিৎসকসকলে ৰোগীৰ ৰোগৰ বিষয়ে কোনো ঔৎসুক্য নেদেখুৱায় আৰু ভালকৈ মনোযোগ দি ৰোগীক পৰীক্ষা কৰি নাচায়; লৰালৰিকৈ কিবা এখন ব্যৱস্থা-পত্ৰ দি আঁতৰি যায়; চিকিৎসকসকলে ৰোগীৰপৰা বেছিকৈ মাননি বিচাৰে নাইবা মাননি নাপালে পৰীক্ষা কৰি নাচায়, ব্যৱস্থা-পত্ৰ নিদিয়ে; বহুতো ক্ষেত্ৰত চিকিৎসকৰ আচৰণ দোষপূৰ্ণ; ইত্যাদি ঘটনাবোৰ দেখি হিপোক্ৰেটিছে চিকিৎসকসকলে শপথ লোৱাৰ ব্যৱস্থা কৰিলে (Hippocratic Oath)। এই শপথৰ প্ৰতি সকলো চিকিৎসকে সম্মান দেখুৱায়। ই চিকিৎসা-শাস্ত্ৰৰ নীতিকথাৰ সংহিতা। হিপোক্ৰেটিছৰ নিৰীক্ষণ শক্তি অতি প্ৰখৰ আছিল; তেওঁৰ বহুতো ৰোগৰ বৰ্ণনা এতিয়াও কোনেও চেৰ পেলাব পৰা নাই। ৰোগৰ গতি আৰু তাৰ শেষ ফল কি হ'ব (Prognosis) এই বিষয়ে তেওঁৰ দৃষ্টিভংগী বৰ তীক্ষ্ণ আছিল; ইয়াৰ ওপৰত তেওঁ বিশেষ গুৰুত্ব আৰোপ কৰিছিল; ৰোগৰ হেতু নিৰ্ণয় বিষয়ত সিমান সজাগ নাছিল। বীজাণুৰ বিষয়ে তেওঁ সজাগ নাছিল। ৰক্ত, পীতপিত্ত, কৃষ্ণপিত্ত আৰু শ্লেষ্মা, এই চাৰি ধাতুৰ ( Humour ) বিজুতিয়েই ৰোগৰ কাৰণ বুলি তেওঁ ভাবিছিল। ৰোগৰ ওপৰত বায়ু, পানী আৰু পৰিৱেশৰ প্ৰভাৱ বৰ্তমান বুলি তেওঁ জানিছিল। চিকিৎসকসকলক দেশ-বিদেশ ভ্ৰমণ কৰি সিবোৰৰ পাৰিপাৰ্শ্বিক অৱস্থা জ্ঞাত হ'বলৈ আৰু ৰোগৰ ইতিহাস লওঁতে সেইবোৰ



কথা মনত ৰাখিবলৈ দঢ়াই কৈছিল। হিপোক্ৰেটিছে অস্ত্ৰ চিকিৎসা কৰিছিল; কিন্তু তেওঁৰ শাৰীৰ স্থান আৰু শাৰীৰ বৃত্ত সম্পৰ্কে বিশেষ জ্ঞান নাছিল।

হিপোক্ৰেটিছৰ জ্ঞানগৰ্ভ সংক্ষিপ্ত সূত্ৰ (Aphorism) চিকিৎসা-বিজ্ঞানত অদ্বিতীয়। ইয়াৰ বহুতো সূত্ৰ এতিয়াও সত্য।

হিপোক্ৰেটিছৰ সময়ত সামূহিক স্বাস্থ্য বিজ্ঞানৰ সূত্ৰপাত হয়। ডোঙা-পিটনিৰ পানী উলিয়াই দি মেলেৰীয়া ৰোগ ৰোধ কৰিব পাৰি, খোৱা পানী উতলাই নিৰ্মল কৰি কলুষিত পানী নলাৰে উলিয়াই দি আৰু আৱৰ্জনা অপসাৰণ কৰি বহুতো ৰোগৰ বিস্তাৰ ৰোধ কৰিব পাৰি — ইত্যাদি কথা সেইসময়ৰ গ্ৰীকসকলে জানিছিল। ডায়'ক্লছে (Diocles) প্ৰথম সামূহিক স্বাস্থ্য-বিজ্ঞানৰ গ্ৰন্থ ৰচনা কৰে।

হিপোক্ৰেটিছৰ পিছত থিওফ্ৰেষ্টাছ আৰু ডিও স্কোৰাইডছ দুজন বিজ্ঞানী আছিল; প্ৰথমজনে উদ্ভিদবিদ্যাৰ আৰু দ্বিতীয়জনে দ্ৰব্যগুণৰ একোখনকৈ মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰিছিল।

---

# ৰোমৰ চিকিৎসা-বিজ্ঞান

গ্ৰীছ দেশৰ সভ্যতা ম্লান হোৱাৰ লগে লগে ৰোমৰ সভ্যতাৰ উত্থান হয়। ৰোমৰ লোকসকলে সাম্ৰাজ্য বিস্তাৰত বেছি প্ৰাধান্য দিছিল আৰু সেই কাৰণে পৰাজিত দেশৰপৰা অনা দাসৰ সংখ্যা গ্ৰীছ দেশৰ দাসৰ সংখ্যাতকৈ বেছি আছিল। তেওঁলোক ৰাস্তা-ঘাট, অট্টালিকা-সৌধ আদি নিৰ্মাণত বিশেষ যত্নবান হৈছিল। অভিজাতগোষ্ঠী আৰু সাধাৰণ প্ৰজা-দাসগোষ্ঠীৰ মাজত পাৰ্থক্য সুস্পষ্ট আছিল।

ৰোমবাসীয়ে আধিপত্য বিস্তাৰ কৰাৰ সময়ত আলেকজেন্দ্ৰিয়াত গ্ৰীকসকলে স্থাপন কৰা চিকিৎসা-বিজ্ঞানৰ কেন্দ্ৰই প্ৰাধান্য লাভ কৰিছিল। ইয়াৰ বহুতদিন আগতেই হিপোক্ৰেটিছৰ মৃত্যু হ'ল; তেওঁৰ চিকিৎসা বিজ্ঞান আছিল গোষ্ঠীনিৰপেক্ষ আৰু ন্যায়ৰ ভিত্তিত ব্যৱহাৰিক বিজ্ঞান-সাপেক্ষ; কিন্তু তেওঁৰ মৃত্যুৰ পিছত চিকিৎসকসকলে সেই সকলো বৈজ্ঞানিক পন্থা পাহৰি গ'ল আৰু আধিভৌতিক-আধিদৈৱিক কাৰণসমূহেই ৰোগৰ মূল আৰু তেনে ব্যৱস্থা



গ্ৰহণ কৰিলেহে ৰোগৰপৰা মুক্তি পাব পাৰি বুলি ভাবি সেইবোৰৰ ওপৰত বেছি মূল্য দিবলৈ ধৰিলে। তেওঁলোকে ধন-সম্পত্তি অৰ্জনৰ ওপৰত মনোনিৱেশ কৰিলে। আলেকজেন্দ্ৰিয়াৰ চিকিৎসা-বিজ্ঞান পুথিভঁৰালত ৭০০,০০০খন গ্ৰন্থ আছিল। কিছুমান উগ্ৰপন্থী অবৈজ্ঞানিক লোকে জুই লগাই সেই পুথিভঁৰালটো পুৰি বিনাশ কৰিলে যাতে চিকিৎসা জগতত তেওঁলোকৰ আধিভৌতিক-আধিদৈৱিক মতবাদ প্ৰচলন কৰিব পাৰে।

হিপোক্ৰেটিছৰ মৃত্যুৰ পিছত আলেকজেন্দ্ৰিয়াত হেৰোফিলাছ নামৰ এজন বিখ্যাত শাৰীৰস্থানৰ আৰু এৰাষ্টিষ্ট্ৰেটাছ নামৰ এজন প্ৰসিদ্ধ শাৰীৰবৃত্তৰ পণ্ডিতৰ জন্ম হৈছিল। তেওঁলোক হিপোক্ৰেটিছৰ পন্থাত চলা নাছিল। সেই সময়ত শৱব্যৱচ্ছেদন দোষণীয় আছিল। ৰাজ অনুমতিত এৰাষ্টিষ্ট্ৰেটাছ আৰু গেলেনে বন্দীশালৰ মৃত কয়দীৰ ওপৰত ব্যৱচ্ছেদন কৰিছিল।

লাহে লাহে আলেকজেন্দ্ৰিয়াৰপৰা চিকিৎসা-বিজ্ঞানৰ কেন্দ্ৰ ৰোমলৈকে স্থানান্তৰিত হ'ল। বৈজ্ঞানিক চিকিৎসা পদ্ধতিৰ মূলতে আছিল গ্ৰীক্ চিকিৎসাবিদ্‌সকল। তেওঁলোকৰ একাগ্ৰতাপূৰ্ণ অনুসন্ধিৎসু মনৰ কাৰ্য-কলাপৰ ফলত ৰোমত বৈজ্ঞানিক চিকিৎসাৰ সূচনা হ'ল। ৰোমৰ লোকসকলে চিকিৎসাবিদ্যা এটা মাথোন হস্তশিল্প বুলিহে ভাবিছিল। তেওঁলোকে চিকিৎসকসকলক দৈহিক পৰিশ্ৰম কৰা দাস

শ্ৰেণীৰ লগত গণ্য কৰিছিল। অন্যান্য পৰাজিত দেশৰ পৰা বহুতো চিকিৎসকক দাস হিচাপে ৰোমলৈ অনা হৈছিল। অভিজাত ৰোমবাসীয়ে গ্ৰীকসকলক হেয় জ্ঞান কৰিছিল। চেন্সৰ কেটোই (Censor Cato) মন্তব্য কৰিছিল যে গ্ৰীকসকলে তেওঁলোকক অসভ্য বুলি বিবেচনা কৰে আৰু তেওঁলোকক বিনাশ কৰিবলৈ গ্ৰীকসকল দৃঢ়প্ৰতিজ্ঞ। সেয়েহে গ্ৰীক চিকিৎসকসকলে বিষাক্ত দ্ৰব্য খুৱাই ৰোমবাসীক ধ্বংস কৰিবলৈ তৎপৰ। সেই কাৰণে তেওঁ ৰোমবাসীক চিকিৎসাৰ কাৰণে গ্ৰীকসকলৰ ওচৰ চাপিবলৈ নিষেধ কৰিছিল। সেই সময়ৰ অভিজাত লোকসকলে ৰোগৰ হেতু আধিভৌতিক-আধিদৈৱিক বুলি বিশ্বাস কৰিছিল আৰু তেনেধৰণৰ ব্যৱস্থাইহে ৰোগৰপৰা নিষ্কৃতি দিব পাৰে বুলি ভাবিছিল; সেয়েহে তেওঁলোকে বৈজ্ঞানিক গ্ৰীক চিকিৎসকসকলৰপৰা চিকিৎসা লোৱাৰ প্ৰয়োজন অনুভৱ নকৰিছিল। খ্ৰীঃ পূঃ ৪৬ চনত জুলিয়াছ ছিজাৰে গ্ৰীক চিকিৎসকসকলক ৰোমৰ নাগৰিকত্ব দান কৰে। লাহে লাহে ৰোমবাসীয়ে গ্ৰীক চিকিৎসকসকলৰ চিকিৎসা-পদ্ধতিত সুফল দেখা পালে আৰু তেনে চিকিৎসা ল'বলৈ আগ্ৰহান্বিত হ'ল।

এৰেটীছ (Aretaes), ছেলছাছ (Celsus) আৰু গেলেন (Galen) এই তিনিজন বিশেষজ্ঞ পণ্ডিতে চিকিৎসা বিজ্ঞানত বিশেষ অৰিহণা যোগাইছিল। এৰেটীছ খ্ৰীষ্টাব্দ



দ্বিতীয় শতিকাত আলেকজেন্দ্ৰিয়াত বাস কৰিছিল। তেওঁৰ বহুমূত্ৰ ৰোগৰ বৰ্ণনাই সূক্ষ্ম নিৰীক্ষণৰ প্ৰমাণ দিয়ে। ছেলছাছ এজন সম্ভ্ৰান্ত পৰিয়ালৰ লোক আছিল। তেওঁ ৩০ খ্ৰীষ্টাব্দত আইন, চিকিৎসাবিজ্ঞান আৰু যুদ্ধ-কৌশল সন্নিৱিষ্ট কৰি এখন বৃহৎ গ্ৰন্থ ৰচনা কৰিছিল। তেওঁ চিকিৎসা বিজ্ঞানৰ ছাঁ মেডিছিন নামৰ ৬খন গ্ৰন্থ প্ৰণয়ন কৰিছিল। গেলেনৰ জন্ম হৈছিল এছিয়ামাইনৰত; তেওঁৰ জন্ম হয় খ্ৰীঃ ১৩১ চনত আৰু মৃত্যু হয় খ্ৰীঃ ২০০ চনত। গেলেন চিকিৎসাবিজ্ঞানৰ উচ্চশিখৰত অধিষ্ঠিত হৈছিল। তেওঁৰ চিকিৎসা-পদ্ধতি প্ৰায় ১২০০ বছৰকাল প্ৰচলিত আছিল। তেওঁৰ শিক্ষা পদ্ধতি এৰিষ্টোটলৰ দৰ্শন আৰু হিপোক্ৰেটিছৰ ব্যৱহাৰিক চিকিৎসাবিজ্ঞানৰ সমন্বয় আছিল। তেওঁ ভাবিছিল যে মানুহৰ শৰীৰ এটা আধাৰ। ইয়াত আত্মাৰ অৱস্থিতি বৰ্তমান। এনে শিক্ষা বহুতো মতৰ অনুকূল আৰু সেই কাৰণে বহুতো ধৰ্মিক-লোকে তেনে চিকিৎসা গ্ৰহণ কৰিছিল। গেলেনে বিশ্বাস কৰিছিল যে শৰীৰত ৰক্ত, পীত, পিত্ত, কৃষ্ণপিত্ত আৰু শ্লেষ্মা এই চাৰিধাতু থাকে; সিবোৰৰ ক্ৰিয়াৰ মাজত আউল লাগিলে ৰোগৰ উৎপত্তি হয়। তেওঁ ভাবিছিল যে ৰোগৰ উৎপত্তিৰ কাৰণে দুই অৱস্থাৰ পাৰস্পৰিক ক্ৰিয়াৰ প্ৰয়োজন-পূৰ্ব প্ৰৱণতা (Predisposition) আৰু উত্তেজনা (Excitation)। কোনো আঘাত পোৱা স্থানত

পুঁজ বান্ধিলে তেওঁ এইটো ভাল লক্ষণ বুলি ভাবিছিল (Laudable pus)। তেওঁ গাহৰি, বান্দৰ আদিৰ শ ব্যৱচ্ছেদন কৰিছিল আৰু তেনেকৈ আহৰণ কৰা জ্ঞান মানুহৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিছিল। তেওঁ স্নায়ুতন্ত্ৰ সম্বন্ধে বিশেষ জ্ঞান আহৰণ কৰিছিল। যকৃতত তেজ তৈয়াৰ হয় বুলি তেওঁ বিশ্বাস কৰিছিল। তেওঁৰ এনে ধাৰণা আছিল যে শ্বাস-প্ৰশ্বাসৰ সময়ত বায়ু ভিতৰলৈ সোমায় আৰু তেতিয়া তেজৰ লগত মিহলি হৈ শ্লেষ্মা (Pneumo) বা স্বাভাৱিক শক্তি তৈয়াৰ হয় আৰু এই শ্লেষ্মা হৃৎপিণ্ডৰ মাজেৰে মস্তিষ্কলৈ যায়। গেলেনৰ নিজৰ ওপৰত অসীম বিশ্বাস আছিল। তেওঁ এজন প্ৰযুক্তি-জ্ঞান আৰু প্ৰত্যুৎপন্নমতিসম্পন্ন চিকিৎসাবিদ্ আছিল; সেয়েহে তেওঁ চিকিৎসা জগতত নায়কৰ স্থানত অধিষ্ঠিত হৈছিল।

সেই সময়ত বহুদ্ৰব্য মিহলাই ৰোগী চিকিৎসা কৰা প্ৰথা আছিল। ৰজা ষষ্ঠ মিথ্ৰিডাট্ছে (Mithridates) ৫০ বিধ দ্ৰব্য মিহলাই নানাবিধ বিষ চিকিৎসা কৰা বড়ি তৈয়াৰ কৰিছিল। গেলেনে একোখন ব্যৱস্থাপত্ৰত ৭৩ বিধলৈকে দ্ৰব্য ব্যৱহাৰ কৰিছিল।

ৰোমৰ চিকিৎসকসকলে ব্যক্তিগত চিকিৎসাবিজ্ঞানলৈ বিশেষ অৱদান কৰা নাছিল। যুদ্ধবিগ্ৰহ, আঘাত আৰু অসংখ্য দাসক কৰ্মোপযুক্ত কৰাৰ পৰিপ্ৰেক্ষিতত তেওঁলোকে



সামূহিক চিকিৎসাবিজ্ঞানলৈ দিয়া অৱদানৰ বিষয়ে মন কৰিবলগীয়া। নগৰত প্ৰচুৰ পৰিমাণে পৰিষ্কাৰ পানীৰ যোগান ধৰা হৈছিল; অপৰিষ্কাৰ পানী উলিয়াই দিয়াৰ কাৰণে ডাঙৰ ডাঙৰ নলাৰ ব্যৱস্থা কৰা হৈছিল; পৰিষ্কাৰ সামূহিক স্নানাগাৰৰ ব্যৱস্থা আছিল; খাল-ডোঙৰ পানী নলা কাটি উলিয়াই দিয়া হৈছিল; শ-দাহ বাধ্যবাধকতাৰ ভিতৰত আছিল; ঘৰৰ আৰু নগৰৰ আৱৰ্জনা অপসৰণৰ ব্যৱস্থা আছিল; জিলা স্বাস্থ্য বিষয়াই বজাৰৰ খাদ্যদ্ৰব্য পৰীক্ষা কৰি গ্ৰহণযোগ্য বুলি প্ৰমাণপত্ৰ দিছিল আৰু সহকাৰী বিষয়াৰ সহায়ত নৰ্দমা, পানীৰ যোগান, নগৰৰ পৰিৱেশ আৰু বেশ্যালয় ইত্যাদি পৰ্যবেক্ষণ কৰি সুব্যৱস্থা গ্ৰহণ কৰিছিল। তেওঁলোকক চৰকাৰৰপৰা বেতন দিয়া হৈছিল; দুখীয়া মানুহলৈ বিনামূলীয়া চিকিৎসা সেৱা আগবঢ়োৱা হৈছিল। যুঁজাৰুসকলে যাতে সুস্থ শৰীৰে যুদ্ধ কৰিব পাৰে আৰু আঘাত পালে ততালিকে চিকিৎসা পাব পাৰে তাৰ কাৰণে সৈন্যসকলৰ মাজত চিকিৎসাৰ সুব্যৱস্থা আছিল। অসামৰিক স্বাস্থ্য সেৱাৰ ব্যৱস্থা কৰা হৈছিল।

খ্ৰীঃ পূঃ ২৯৩ চনত ৰোমত প্লেগমহামাৰীয়ে দেখা দিয়ে। তেতিয়া এপিডৰাছ (Epidaurus) ৰপৰা সহায় বিচাৰি এটা সমদল পঠোৱা হয়। এই মহামাৰী ৰোধ কৰিবলৈ তেওঁলোকক এডাল পবিত্ৰ সৰ্প দিয়া হয়। জাহাজত

পৱিত্ৰ সৰ্পডাল লৈ টাইবাৰ নদীৰে যাওঁতে সৰ্পডাল পানীত পৰিল আৰু ই সাঁতুৰি ছেণ্ট বাৰ্থোলোমিউ (St. (Bartholomew) দ্বীপ উঠিল গৈ। প্লেগ মহামাৰী বন্ধ হ'ল। এই দ্বীপটোৰ আকৃতি এখন জাহাজৰ দৰে। দ্বীপৰ আগৰ ফালে এডাল সৰ্পেৰেসৈতে এডাল দণ্ডৰ প্ৰতিমূৰ্তি ৰখা হ'ল। সেই দ্বীপত এখন হস্পিতাল স্থাপন কৰা হল। এই হস্পিতালৰপৰা ১১২৩ চনত ৰাহেৰে (Rahere) নামৰ এজন সন্ন্যাসী লণ্ডনলৈ গৈ তাত ছেণ্ট্ বাৰ্থোলোমিউ নামৰ হস্পিতাল স্থাপন কৰে।

ৰোমৰ ক্ষমতা ক্ৰমে হ্ৰাস পাবলৈ ধৰিলে। গোঠ, ভেণ্ডেল, হুন আদি বৰ্বৰ জাতিসকলৰ আক্ৰমণ আৰু মেলেৰিয়াৰ প্ৰকোপত ৰোমৰ কঁকাল ভাঙিল। সম্ৰাট কন্‌ষ্টেনটাইনে ৰোমৰপৰা ৰাজধানী বাইজেণ্টিয়ামলৈ [ কন্‌ষ্টানটিনোপল ] স্থানান্তৰিত কৰিলে। কলা, বিজ্ঞান আদিত ৰাজকীয় পৃষ্ঠপোষকতা হ্ৰাস পালে। গেলেনৰ মৃত্যু আৰু ৰোমৰ চৰম পতনৰ মাজৰ কালছোৱাত চিকিৎসকসকলে বিশেষকৈ সংকলন আৰু প্ৰতিলিপিৰ কাৰ্যতহে মনোনিৱেশ কৰিলে। অ'ৰিবিয়াছ (Oribius) নামৰ চিকিৎসকজনে খ্ৰীষ্টান ধৰ্মত বিশ্বাস নকৰিছিল। তেওঁ ৭০ খন চিকিৎসা-বিষয়ক গ্ৰন্থ সংকলন কৰিছিল। এজিনাৰ পলক (Paul of Aegina) প্ৰাচীন গ্ৰীক-ৰোম চিকিৎসা বিজ্ঞানৰ শেষ কৰ্ণধাৰ বুলিব পাৰি।



ইটিয়াছ (Aetius) এজন খ্ৰীষ্টান ধৰ্মৰ পণ্ডিত আছিল; তেওঁ ১৬ খন চিকিৎসা গ্ৰন্থ ৰচনা কৰে। তেওঁৰ চিকিৎসা শাস্ত্ৰত বাইবেলৰ শিক্ষা বা উপদেশ নিহিত আছে। ডিঙিত হাড় লাগিলে চিকিৎসকে কয়—"কবৰৰপৰা লেজাৰাছ (Lazarus) আৰু তিমি মাছৰ পেটৰপৰা জোনা (Jonah) যেনেকৈ ওলাই আহে, হে হাড়! তুমিও তেনেকৈ ওলাই আহাঁ বা তললৈ গতি কৰা।" এনেধৰণৰ মন্ত্ৰৰ প্ৰচলন আছিল। যাজক-চিকিৎসক বেডিৰ (Bedi) ৭৩৫ চনত মৃত্যু হয়। তেওঁ চিকিৎসা-বিষয়ৰ গ্ৰন্থ সংকলন কৰিছিল। তেওঁৰ মৃত্যুৰ সময়ৰপৰা অজ্ঞানতা বা অন্ধযুগৰ সূচনা হয়।

এই কালছোৱাৰ চিকিৎসা-পদ্ধতিৰপৰা দেখা যায় যে চিকিৎসা পদ্ধতিত যাদুবিদ্যা আৰু ধৰ্মীয় কথা নিহিত হয়; চিকিৎসকসকলৰ অনুসন্ধিৎসা কমি যায় আৰু চিকিৎসকসকলে গ্ৰন্থ সংকলন আৰু প্ৰতিলিপিৰ কাৰ্যত আত্মনিয়োগ কৰে।

——

## মধ্যযুগৰ চিকিৎসা-বিজ্ঞান

### (৬০০ খ্ৰীঃ—১৫০০ খ্ৰীঃ)

ৰোমৰ অভিজাত সম্প্ৰদায়ৰ সংকীৰ্ণ মনোভাৱ, সাধাৰণ প্ৰজা আৰু দাসসকলৰ ওপৰত কৰা অত্যাচাৰ আৰু প্ৰগতিশীল কৰ্মোদ্যমৰ অভাৱ—এই সকলোবোৰে ৰোমৰ প্ৰভাৱ ম্লান কৰিবলৈ ধৰিলে। লগতে, বিভিন্ন দিশৰপৰা হোৱা অসভ্যলোকসকলৰ আক্ৰমণৰ ফলত ৰোম ৰাজ্যৰ দ্ৰুতগতিত পতন হ'ল। দেশত ৰাজনৈতিক আৰু অৰ্থনৈতিক অস্থিৰতাৰ ফলত কলা আৰু বিজ্ঞান বিষয়ৰ উন্নতি অতি মন্থৰ হ'ল। চিকিৎসা-বিজ্ঞানৰ ক্ষেত্ৰতো একে অৱস্থাই পৰিলক্ষিত হ'ল। আক্ৰমণকাৰী বৰ্বৰলোক সকলৰ সভ্যতাই ৰোম সভ্যতাৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিবলৈ ধৰিলে। ফলত গ্ৰীকসকলে যিখিনি বৈজ্ঞানিক পদ্ধতিৰ সন্ধান দিছিল সিও মাৰ যাবলৈ উপক্ৰম হ'ল।

আক্ৰমণকাৰী লোকসকলে ৰোগৰ হেতু যাদু আৰু ভূত-প্ৰেতৰ অনিষ্টকাৰী ক্ৰিয়া বুলি ভাবিছিল; তেওঁলোকে



ৰোগীক চিকিৎসা কৰিছিল যাদু-মন্ত্ৰ, কবচ, তাবিজ আৰু পূজাৰ সহায়েৰে। এনেদৰে আদিম যুগৰ প্ৰথা আকৌ প্ৰচলিত হ'বলৈ ধৰিলে। লগে লগে শিক্ষাৰ ওপৰত গুৰুত্ব কমিল আৰু মানুহে পৰীক্ষা-নিৰীক্ষা-অনুসন্ধান পদ্ধতিক অৱজ্ঞাৰ চকুৰে দেখা হ'ল। যুক্তি, বিবেচনা, পৰ্য্যবেক্ষণৰ স্থান নাইকিয়া হ'ল; চিকিৎসা-বিজ্ঞান যেন পিঞ্জৰাত আৱদ্ধ। মধ্যযুগৰ এই চিকিৎসা-বিজ্ঞানৰ কৃশ কালছোৱাক দুইভাগত ভগাব পাৰি—অন্ধ বা অজ্ঞতাৰ যুগ আৰু প্ৰকৃত মধ্য-যুগ। ৭৩৫ খ্ৰী°ত যাজক গ্ৰন্থকাৰ বেডিৰ মৃত্যু হয়; চালেৰ্ণো (Salerno) বিদ্যালয়ৰ প্ৰভাৱ পৰিলক্ষিত হয় দ্বাদশ শতিকালৈকে; ৭৩৫ খ্ৰী°ৰপৰা ১১৫০খ্ৰীঃ লৈকে এই কালছোৱাত চিকিৎসাবিজ্ঞানৰ প্ৰগতি অতি নগণ্য; এই কালছোৱাক অজ্ঞতাৰ যুগ বা অন্ধযুগ (Dark Age) বোলা হয়। ইয়াৰ পিছৰপৰা পঞ্চদশ শতিকালৈকে প্ৰকৃত মধ্যযুগ।

অন্ধযুগত তিনিটাগোষ্ঠীয়ে চিকিৎসাবিজ্ঞানলৈ অৰিহণা যোগায়। এনে বৰঙণিয়ে চিকিৎসা-বিজ্ঞান জীয়াই ৰখাত সহায় কৰিছিল। এই তিনিটাগোষ্ঠী হ'ল গীৰ্জা, আৰবীয় পণ্ডিতসকল আৰু চালেৰ্ণো শিক্ষা অনুষ্ঠান।

আত্মাৰ বাহন হৈছে শৰীৰ; আত্মাৰ শান্তিৰ কাৰণেহে ইহজগতত ক্ৰিয়া-কাণ্ড কৰা উচিত; স্থূল

দেহৰ কাৰণে কৰ্মৰ কোনো স্থল নাই। এই শিক্ষাৰ ওপৰত ভিত্তি কৰি খ্ৰীষ্টানধৰ্মৰ লোকসকলে ৰোগ আৰু তেওঁৰ নিৰাময়ৰ ওপৰত প্ৰাধান্য নিদিলে। পাদ্ৰীসকলৰ এনে শিক্ষা ৰজা আৰু অভিজাতলোকসকলৰ অনুপন্থী আছিল। কিয়নো এনে শিক্ষাৰ ফলত দুখীয়া প্ৰজা আৰু দাসসকলক ধৰ্মৰ নামত ৰজাৰ হকে খটুৱাবলৈ সুবিধা হৈছিল আৰু তেওঁলোকেও পৰিশ্ৰমৰ কাৰণে কোনো পাৰিশ্ৰমিক বিচৰা নাছিল। ফলত গীৰ্জাই ৰজাৰপৰা অনুগ্ৰহ পাবলৈ ধৰিলে। ৰোগ হৈছে পাপৰ ফল আৰু এই পাপৰপৰা মুক্তি পাবলৈ প্ৰাৰ্থনা আৰু ব্ৰতৰ প্ৰয়োজন। ঈশ্বৰেই মুখ্য চিকিৎসক; তেওঁৰ কাৰ্যত হস্তক্ষেপ কৰি চিকিৎসা কৰিবলৈ হ'লে ঈশ্বৰক হেয় কৰা হয় আৰু মহাপাপ হয়; শৰীৰৰ বিভিন্ন যন্ত্ৰ-তন্ত্ৰ একোজন সিদ্ধপুৰুষৰ (Saint) দ্বাৰা পৰিচালিত; সেয়েহে ৰোগৰপৰা মুক্তি পাবলৈ হ'লে গীৰ্জাৰ সমুখত শুই থাকি স্বপ্নদত্ত আদেশলৈ মানুহে অপেক্ষা কৰিব লাগে—এয়েই গীৰ্জাৰ শিক্ষা। ফলত মিছৰৰ 'মন্দিৰ শয়ন'ৰদৰে প্ৰথা পুনৰ আৰম্ভ হ'ল, নৈবেদ্য, মন্ত্ৰপাঠ আদিৰ প্ৰচলন হ'বলৈ ধৰিলে। এনে দৈৱিক ক্ষমতাৰ ওপৰত বিশ্বাস ৰাখিও মানুহে প্ৰাকৃতিক ব্যৱস্থা গ্ৰহণ কৰিছিল। প্ৰলেপ তৈয়াৰ কৰোঁতে এনেদৰে মন্ত্ৰ গাইছিল—"আব্ৰাহামৰ ভগৱান, ইজাকৰ



ভগৱান, জেকবৰ ভগৱান, এই প্ৰলেপত গুণবিশিষ্ট শক্তি প্ৰদান কৰাঁ।" বিভিন্ন সাধু-সন্তই বিভিন্ন ৰোগৰ-পৰা মুক্তি দিব পাৰে বুলি ৰোমবাসীয়ে বিশ্বাস কৰিছিল। এই ধৰ্মবিশ্বাসৰ বিপৰীতেযোৱাসকলৰ প্ৰাণৰ শংকা আছিল। ৰাশিচক্ৰই শৰীৰৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰে—এনে মতবাদ পোষণ কৰাৰ কাৰণে খ্ৰী° ৩৮৫ চনত প্ৰিছিলিয়ান (Priscillian) নামৰ সন্ন্যাসী এজনক জীয়াই জীয়াই পুৰি মাৰিছিল। খ্ৰীষ্টিয়ান ধৰ্মৰ নামত ধৰ্মোন্মত্ত মানুহ কিছুমানে ৩৯১ চনত আলেকজেন্দ্ৰিয়াৰ চিকিৎসা-বিষয়ৰ পুথিভঁড়ালটো পুৰি ধ্বংস কৰিছিল যাতে বৈজ্ঞানিক কোনো কথাই মানুহে পঢ়িবলৈ নাপায়। দেহ ভগৱানৰ এটা পৱিত্ৰ দান; শ-ব্যৱচ্ছেদন নিষেধ কৰা হৈছিল। ৰজাক ঈশ্বৰৰ অংশ হিচাপে গণ্য কৰা হৈছিল আৰু সেয়েহে ঈশ্বৰৰ পৰিৱৰ্তে ৰজাই স্পৰ্শ কৰি ৰোগ-মুক্ত কৰিব পাৰে বুলি মানুহে বিশ্বাস কৰিছিল। বহুতো ৰোগীয়ে ৰজাৰ স্পৰ্শ-ভীক্ষা কৰিছিল। ৰোগ নিৰাৱণৰ কাৰণে মূল্যবান পাথৰ পৰিধান কৰা হৈছিল। গীৰ্জাৰ পাদ্ৰীসকলে দুই উপায়েৰে ভৱিষ্যতৰ চিকিসা-পদ্ধতিলৈ বিশেষ অৰিহণা যোগাইছিল। সন্ন্যাসীসকলে গ্ৰীক-ৰোম-আৰৱীয় গ্ৰন্থৰ প্ৰতিলিপি অনুবাদ কৰি গীৰ্জাত সংৰক্ষণ কৰিছিল। ইয়াৰ ফলত প্ৰাচীন চিকিৎসা-বিদ্যাৰ জ্ঞান সংৰক্ষিত হ'ল। ৰোগী, অনাথ শিশু আৰু দুখীয়াক সহায়

কৰা বাইবেলৰ বাণীৰ ভিত্তিতেই পাদ্ৰীসকলে টকা-পইচা যোগাৰ কৰি তেনেলোকক আশ্ৰমত স্থান দিছিল। তাত থকামেলা বৰ নিম্নস্তৰৰ আছিল। সপ্তাহত এবাৰকৈ ভৰি ধোৱা আৰু বছৰত দুবাৰকৈ গা ধোৱা ৰীতি প্ৰচলিত আছিল। ৰোগীসকলে পথ-পদূলিত ভিক্ষা কৰি আশ্ৰমৰ খৰচ উলিয়াব লাগিছিল। আশ্ৰমৰপৰা ওলাই আহি ভিক্ষাবৃত্তি বা আন উপায়েৰে জীৱন যাপন কৰিব লাগিছিল। হস্পিতাল ব্যৱস্থাৰ এয়েই সূত্ৰপাত। অষ্টম হেন্‌ৰিয়ে পাদ্ৰীসকলৰ নিয়ন্ত্ৰণৰ-পৰা হস্পিতালসমূহ মুক্ত কৰি হস্পিতালসমূহক ধৰ্মনিৰপেক্ষ শাসনৰ তললৈ আনে। বিখ্যাত ছেণ্ট বাৰ্থোলোমিউ হস্পিতাল ১১২৩ চনত আৰু ছেণ্ট টমাছ হস্পিতাল ১২১৫ চনত লণ্ডনত স্থাপিত হয়। পেৰিছৰ হোটেল ডিউ (Hotel Dieu) হস্পিতাল স্থাপন হয় ত্ৰয়োদশ শতিকাত।

অন্ধযুগত আৰৱীয় পণ্ডিতসকলৰ অৱদান লেখত ল'বলগীয়া। যিসকলে আৰৱীয় ভাষা জানিছিল তেওঁলোক এই গোষ্ঠীৰ অন্তৰ্ভুক্ত, আৰৱ দেশত থকা নথকাৰ ওপৰত নিৰ্ভৰ নকৰে। এই গোষ্ঠীত আৰৱ দেশৰ মানুহৰ উপৰিও ছিৰিয়া, পাৰশ্য, স্পেইন দেশৰ মানুহ আছে। আকৌ কিছুমান খ্ৰীষ্টিয়ান আৰু ইহুদীলোকো এই গোষ্ঠীৰ ভিতৰত পৰে। এই পণ্ডিতলোকসকল অনিসন্ধিৎসু আছিল। তেওঁলোকে দৰৱ-জাতিৰ ব্যৱস্থা কৰিছিল আৰু ৰোগৰ হেতু উলিয়াবলৈ যত্ন কৰিছিল।



এই বিষয়ত এওঁলোক খ্ৰীষ্টিয়ানধৰ্মী লোকসকলৰ বিপৰীত; কিন্তু এওঁলোকেও শ-ব্যৱচ্ছেদন নিষেধ কৰিছিল। এওঁলোকৰ চিকিৎসা-বিজ্ঞানত যাদু-মন্ত্ৰৰ স্থান আছিল। দ্ৰব্যগুণৰ গ্ৰন্থ এওঁলোকৰ বিশেষ অৱদান। এওঁলোকে বহুতো মূল্যবান গ্ৰন্থ অনুবাদ কৰিছিল আৰু কিছুমান গ্ৰন্থৰ প্ৰতিলিপি কৰিছিল। এওঁলোকৰ নিজৰ মৌলিক গ্ৰন্থও আছে। ৰাজেছ (Rhazes) এজন প্ৰখ্যাত চিকিৎসক আছিল; ৮৬০ চনত তেহৰাণ চহৰত তেওঁৰ জন্ম হয়। তেওঁ প্ৰণয়ন কৰা লিবাৰ কন্‌টিনেন্‌ছ (Liber Continens) গ্ৰন্থৰ লেটিন সংস্কৰণখনৰ ওজন ২২ পাউণ্ড। অভিছেনা (Avicena) আন এজন বিখ্যাত আৰৱীয় চিকিৎসক আছিল। তেওঁৰ জন্ম হয় ৯৮০ চনত বোখৰা চহৰত। তেওঁ প্ৰণয়ন কৰা কেনন অৱ মেডিছিনা (Connon of Medicine) এখন প্ৰখ্যাত গ্ৰন্থ। তেওঁৰ চিকিৎসা অভিজ্ঞতামূলক আৰু বহুক্ষেত্ৰত মতবাদ-মূলক। আৰৱীয় চিকিৎসকসকলে নানাধৰণৰ অস্ত্ৰ-চিকিৎসা কৰিছিল; কিন্তু শ-ব্যৱচ্ছেদন নিষিদ্ধ কাৰণে বহুক্ষেত্ৰত সিমান কৃতকাৰ্য হ'ব নোৱাৰিছিল। এই কালছোৱাত জুণ্ডি চাপুৰ (Jundi-Shapur), বাগদাদ, ডামাস্কচ, কাৰ্ডোভা, কাইৰো আদি ঠাইত হস্পিতাল নিৰ্মাণ হৈছিল। কাইৰো হস্পিতালৰ কাষত দ্ৰব্যগুণবিশিষ্ট

গছ-লতাৰ এখন উদ্যান আছিল। হস্পিতালত ৫০ জন লোকে অহৰ্নিশে কোৰাণ পাঠ কৰিছিল। হস্পিতালৰ পৰা ওলাই যাওঁতে ৰোগীসকলক কিছু ধন দিয়া হৈছিল। শত্ৰুৰ আক্ৰমণত ত্ৰয়োদশ শতিকাত কেইবাখনো হস্পিতাল ধ্বংসপ্ৰাপ্ত হয়।

—·—

## চালের্ণো শিক্ষানুষ্ঠান

চালের্ণো চহৰ ইটালীৰ সমুদ্ৰ উপকূলত অৱস্থিত। এজন ইহুদী, এজন গ্ৰীক, এজন আৰব আৰু এজন লেটিন দেশীয় লোকৰ প্ৰচেষ্টাত নৱম শতাব্দীত চালের্ণোত এখন চিকিৎসা বিষয়ৰ শিক্ষানুষ্ঠান প্ৰতিষ্ঠা কৰা হয়। এই স্কুলখনে দশম-একাদশ শতিকাৰ চিকিৎসা-জগতত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছিল। ১৮১১ চনত নেপোলিয়নে এই অনুষ্ঠানটো বন্ধ কৰি দিয়ে। এই স্কুলখন জাতি-ধৰ্ম নিৰপেক্ষ আছিল। এই অনুষ্ঠানৰ উন্নতিৰ কাৰণে গীৰ্জাৰ প্ৰতিনিধি আৰু আৰবীয়লোক সকলে অৰিহণা যোগাইছিল। ইয়াত যাদু-মন্ত্ৰ, আধিদৈৱিক আৰু আধিভৌতিক প্ৰভাৱৰ স্থান নাছিল; বিবেক-বুদ্ধি, যুক্তি-বিশ্লেষণ আদি বৈজ্ঞানিক পদ্ধতিয়েই প্ৰাধান্য লাভ কৰিছিল। এই অনুষ্ঠানত আৰবীয় ভাষাৰ পৰা বহুতো গ্ৰন্থ লেটিন ভাষালৈ অনুবাদ কৰা হৈছিল। এই বিষয়ত কন্‌ষ্টান্‌টাইন দি আফ্ৰিকানৰ (Constantine the African) নাম উল্লেখযোগ্য।

ইয়াতেই প্ৰথম ৰোগীৰ আহাৰৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হৈছিল। ইয়াত দ্ৰব্যগুণৰ বিষয়ে গৱেষণা কৰা হৈছিল। গাহৰিৰ শ-ব্যৱচ্ছেদন কৰি শাৰীৰস্থান চৰ্চা কৰিবলৈ চেষ্টা কৰা হৈছিল। অস্ত্ৰ-চিকিৎসক বৈজ্ঞানিক ভিত্তিত আগবাঢ়িবলৈ ধৰে। এই সময়তেই চিকিৎসকৰ অৰ্হতা আৰু তেওঁৰ সমাজত স্থান-এই দুই বিষয় সম্ৰাট দ্বিতীয় ফ্ৰেডেৰিকৰ আদেশত নিৰ্ধাৰিত হয়। এই আজ্ঞা অনুযায়ী কোনো লোকে চিকিৎসা কৰিবলৈ হ'লে চালেৰ্ণো স্কুলৰ পণ্ডিতসকলৰ আগত পৰীক্ষা দি উত্তীৰ্ণ হ'ব লাগিছিল। শিক্ষা ৫ বছৰ আছিল আৰু পৰীক্ষাত উত্তীৰ্ণ হৈ এবছৰকাল বিজ্ঞ চিকিৎসকৰ অধীনত অভিজ্ঞতা অৰ্জন কৰিব লাগিছিল। তাৰ পিছত শপথ গ্ৰহণ কৰিব লাগিছিল এই বুলি যে তেওঁ স্কুলৰ মান-মৰ্যাদা অটুট ৰাখিব, মাননি নোহোৱাকৈ দুখীয়াক চিকিৎসা কৰিব, মিছা কথা নকব, বিষাক্ত দ্ৰব্য ব্যৱহাৰ নকৰিব আৰু ঔষধৰ দোকান নাৰাখিব। এই স্কুলত ভৰ্তি হ'বৰ কাৰণে নিম্নতম তিনিবছৰ কাল ন্যায়-শাস্ত্ৰ ( Logic ) পঢ়িব লাগিছিল আৰু ছাত্ৰৰ ২১ বছৰ বয়স হ'ব লাগিছিল। শপথ লোৱাৰ পিছত তেওঁক এটা আঙুঠি, এধাৰি মালা আৰু এখন কিতাপ দিয়া হৈছিল। ইয়াৰ পিছতহে তেওঁক ডাক্তৰ বোলা হৈছিল। চালেৰ্ণো স্কুলতেই প্ৰথম ডাক্তৰ বোলা হয়। চিকিৎসা কৰিবলৈ



অনুমতি পোৱা আধুনিক চিকিৎসকসকলে প্ৰায় এনেধৰণৰ শিক্ষাপদ্ধতিৰ মাজেৰে যাব লাগে। অন্ধযুগত চালেৰ্ণো স্কুল এটা উজ্জ্বল তৰা আছিল; ইয়াৰপৰা বৈজ্ঞানিক চিকিৎসাৰ সূত্ৰপাত হয়।

মধ্যযুগৰ দ্বিতীয় কালছোৱাত বা প্ৰকৃত মধ্যযুগত মানুহৰ মনে অন্ধবিশ্বাসৰ গণ্ডীৰপৰা মুক্তি পাবলৈ ধৰিলে আৰু মানুহে মানসিক আলস্য ত্যাগ কৰি নিজৰ বিচাৰ-বুদ্ধিৰে আগুৱাই যাবলৈ ধৰিলে। চালেৰ্ণো স্কুলৰ লাহে লাহে পতন হ'ল; লাহে লাহে মণ্টপেলিয়াৰ, বলোনা পেৰিচ, পাডুৱা আদি চহৰত নতুন চিকিৎসাবিদ্যালয় স্থাপন হ'ল। এই স্কুলসমূহত মুক্ত আৰু প্ৰগতিহীন শিক্ষাৰ ব্যৱস্থা হ'বলৈ ধৰিলে। পাপৰ ফল ৰোগ, এনে বিশ্বাসৰ ফলত আৰু স্বাস্থ্য ৰক্ষাৰ নিয়ম নজনাৰ কাৰণে কেইবাটাও মহামাৰীৰ কৱলত পৰি অসংখ্যলোকৰ প্ৰাণ হানি হ'ল। প্লেগ মহামাৰী (Black Death) ইবোৰৰ ভিতৰত প্ৰধান। অকল লণ্ডন মহানগৰীতেই অধিকসংখ্যক লোকৰ মৃত্যু হয়। চিকিৎসকসকলে প্লেগৰপৰা ৰক্ষা পৰিবৰ কাৰণে মূৰৰপৰা ভৰিলৈকে শৰীৰ আবৃত্ত কৰি নাকৰ সন্মুখত এটা মোনা ওলোমাই ৰাখিছিল; সেই মোনাত ভাইনিগাৰ, লং আৰু দালচিনিৰ ৰস ভৰাই থৈছিল। মানুহে কুষ্ঠৰোগ ঈশ্বৰৰ শাও বুলি ভাবিছিল। তেনে ৰোগীয়ে এটা ঘণ্টা বজাই "অপৰিষ্কাৰ, অপৰিষ্কাৰ" বুলি পথ-পদূলিত চিঞৰি গৈছিল,

তেতিয়া আন মানুহ ওচৰলৈ নাহিছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতা আৰু স্বাস্থ্যৰক্ষাৰ কিছুমান নিয়ম অজ্ঞাতে হ'লেও পালন কৰাৰ ফলত মহামাৰী লাহে লাহে শাম কাটিছিল। কুষ্ঠৰোগীক আছুতীয়াকৈ ৰক্ষা হৈছিল ; ফলত এনে ৰোগীৰ সংখ্যা কমিছিল।

শ-ব্যৱচ্ছেদ নিষিদ্ধ আছিল যদিও মধ্যযুগৰ শেষৰ ফালে এই নিয়ম কিছুপৰিমাণে শিথিল হৈছিল। টুবিনজেন ( Tubingen ) বিশ্ববিদ্যালয়ত তিনিবছৰৰ মূৰে মূৰে প্ৰাণদণ্ডেৰে দণ্ডিত একোজন অপৰাধীৰ মৃত দেহ ব্যৱচ্ছেদনৰ অনুমতি দিয়া হৈছিল। এই সময়ত উপস্থিত থকা লোকসকলে সদগতিৰ কাৰণে প্ৰাৰ্থনা কৰিব লাগিছিল। শ ব্যৱচ্ছেদন কৰিছিল কোনো এজন তলথাপৰ কৰ্মচাৰীয়ে। অধ্যাপকে দূৰৈৰপৰাই দীঘল লাঠীৰে দেখুৱাই দিছিল। ব্যৱচ্ছেদন কোনো পদ্ধতিত কৰা নহৈছিল। বোনোনা বিশ্ববিদ্যালয়ত মুণ্ডিনুছে ( Mundinus ) প্ৰণালীবদ্ধভাৱে প্ৰথম শাৰীৰস্থানৰ ওপৰত শিক্ষা দিবলৈ ধৰিলে। তেওঁ ১৩১৬ চনত লিখা শাৰীৰস্থান গ্ৰন্থখন অতি প্ৰসিদ্ধ।

মধ্যযুগৰ কালছোৱাৰ বিষয়ে এই কথাষাৰ বিশেষভাৱে প্ৰযোজ্য : "Faded was the glory that was Greece ; gone was the grandeur that was Rome, Ahead lay the dark age, the



thousand odd years, during which learning was no longer held in high esteem, experiment was discouraged and originality was a dangerous asset. Medicine enters a long period of bondage and slavish conviction which continued until it was broken by those bold spirit of the Renaissance who dared to break away from tradition."

গ্ৰীছৰ জ্ঞান ম্লান পৰিল, ৰোমৰ ৰোমাঞ্চ সেমেকি উঠিল। সমুখত শতবৰ্ষব্যাপী অজ্ঞতাৰ যুগ, যি যুগত শিক্ষাৰ কোনো সম্ভ্ৰম নাই, পৰীক্ষা-নিৰীক্ষাৰ স্থান নাই আৰু যি যুগত মৌলিকত্তাই হৈছে অভিশাপ। চিকিৎসা-বিদ্যা বন্দীশালত দাসত্বৰ শিকলিৰে বন্ধ। এই অজ্ঞতাৰ অন্ধকাৰ-গহ্বৰৰপৰা মুক্তি পাবলৈ মুক্ত মনে হাহাকাৰ কৰিছে ; নৱজাগৰণৰ অসীম শক্তিশালী শক্তিৰ সহায়ত এইমনে নতুন পোহৰত নিজকে বন্ধনমুক্ত কৰি আগবাঢ়ি যাবলৈ উদ্যত।

—

## নৱজাগৰণ

চতুৰ্দশ শতিকাৰ শেষছোৱাৰ ফালে নৱজাগৰণৰ সূচনা হয় আৰু এই জাগৰণে শীৰ্ষবিন্দু লাভ কৰে প্ৰায় দুশবছৰৰ মূৰত। অজ্ঞতা অন্ধবিশ্বাস, যুক্তিহীন মতবাদ, ধৰ্মীয় কৰ্তৃত্ব আৰু প্ৰতিভাশালী লোকৰ নিঃস্ব লোকৰ ওপৰত শোষণ আদিয়ে মধ্যযুগৰ মানুহৰ মনৰ সৃষ্টিকামী শক্তিক পংগু কৰি ব্যৱহাৰিক জীৱন ধাৰাবপৰা আঁতৰাই ৰাখিছিল। এনে ৰীতি অনুশীলনৰ ফলত দেশৰ তথা জনগণৰ মানসিক, আধ্যাত্মিক, শাৰীৰিক আদি কোনো দিশতেই উন্নতি হোৱা নাছিল। চতুৰ্দশ শতাব্দীৰ শেষৰফালে মানৱ জাতিৰ মাজত এই আন্দোলনে দেখা দিলে। অৱশ্যে এই আন্দোলনৰ বীজ ৰোপণ হৈছিল মধ্যযুগৰ সমাজৰ ভিতৰতেই। আমেৰিকা আদি নতুন দেশৰ আৱিষ্কাৰ; খাৰ-বাৰুদৰ ব্যৱহাৰ, নতুন নতুন যন্ত্ৰ-পাতিৰ আৱিষ্কাৰ, ন ন কল-কাৰখানা স্থাপন, আদি এশ এটা বিষয়ে মানুহৰ মনত আলোড়ন তুলিলে



আৰু এই মনে বন্ধনৰ শিকলি ছিঙি ওলাই আহিবলৈ ধৰিলে। দৰ্শন, ৰাজনীতি অৰ্থনীতি, জ্যোতিৰ্বিদ্যা, অংক-শাস্ত্ৰ আদিত নতুন ভাবৰ প্ৰভাৱ পৰিল আৰু এটা নৱজাগৰণৰ সূচনা হ'ল। দৰ্শন, ৰাজনীতি, অৰ্থনীতি আদিৰদ্বাৰা চিকিৎসা-বিদ্যা প্ৰভাৱিত হয় ; ই নতুনকৈ পোহৰ পোৱা সমাজৰ সুখ-দুখৰ লগত নিবিড়ভাৱে জড়িত হোৱাৰ ফলত নতুন দিশত পদক্ষেপ কৰে। চিকিৎসা-বিদ্যাৰ এই নৱজাগৰণ ফলত মানৱজাতিৰ অশেষ কল্যাণ সাধিত হ'বলৈ ধৰিলে। ধৰ্ম, অন্ধবিশ্বাস, আৰু কাল্পনিক মতবাদৰপৰা চিকিৎসাই মুক্তি পাবলৈ আৰু লগে লগে বৈজ্ঞানিক পদ্ধতিত অভিজ্ঞতাৰে পৰিপুষ্ট হ'বলৈ ধৰিলে। এনে মুক্ত সাধনাত ব্ৰতী হোৱা বাবে নিৰ্ভীক বিজ্ঞানী দুই-এজনে অন্ধবিশ্বাসী লোকৰ হাতত প্ৰাণ হেৰুৱাবলগীয়া হৈছিল।

পদাৰ্থ বিজ্ঞানে উন্নতিৰ পথত আগুৱাই যাবলৈ ধৰিলে। এই বিষয়ৰ সূত্ৰলৈয়েই চিকিৎসাবিদ্‌সকলে শৰীৰৰ ক্ৰিয়া বিশ্লেষণ কৰিবলৈ তৎপৰ হ'ল। ষষ্ঠ-সপ্তম শতাব্দীত শৰীৰক এটা যন্ত্ৰ বুলি গণ্য কৰা হৈছিল। ছেংক্ল'ৰিয়াছে (Sanclorius 1561-1636) এখন তৰ্জু নিৰ্মাণ কৰি তাত ৰাতি-দিন বহি থাকি দেখুৱাই দিছিল যে শৰীৰৰ পৰা অদৃশ্যভাৱে পানী বাষ্প হৈ ওলাই যায়। ডেকাৰ্টিছৰ (Descartes, 1596-1650) দাৰ্শনিক মতবাদে কলে যে

শক্তিৰ দ্বাৰা শৰীৰটো পৰিচালিত হয়। এই শক্তিয়ে বিশ্বজগত আৰু মানুহৰ ভিতৰেদি ক্রিয়া কৰে। এই শক্তিয়েই আত্মা আৰু ইয়াৰ ক্রিয়াত আউল লাগিলে শৰীৰত ৰোগে দেখা দিয়ে। ৰবাৰ্ট বয়েলে ( Robert Boyle, 1627-91) ৰসায়ন বিদ্যাৰ বিশেষ উন্নতি সাধন কৰিলে। এই বিজ্ঞানৰ আলম লৈ এনে মতবাদ প্রচলিত হ'ল যে, "অম্লতা বাঢ়িলে তেজ ক'লা হয় আৰু পিত্তৰস বেছি হ'লে তেজ ৰঙা হয়; ইয়াৰপৰাই ৰোগৰ উৎপত্তি হয়। ৰোগ চিকিৎসা কৰিবলৈ হ'লে এনে ৰাসায়নিক বেমেজালি-বোৰ শুধৰাব লাগিব।" শৰীৰৰ ক্রিয়াৰ ফলত শক্তি ক্ষয় হয়; সেয়েহে এনেভাৱে মানুহক বুজোৱা হল যে প্রতি মিনিটত ৬০ বাৰকৈ হৃৎপিণ্ডৰ সংকোচন হ'লে মানুহৰ আয়ুস হয় ৭০ বছৰ আৰু ৭৫ বাৰকৈ সংকোচন হলে মানুহৰ আয়ুষ হয় ৫৬ বছৰ। দর্শন আৰু প্রাকৃতিক বিজ্ঞানে বহুতো নতুন তথ্যৰ সন্ধান দিলেও পুৰণি ভাবধাৰাৰ চিকিৎসকসকলে গৱেষণা আৰু বৈজ্ঞানিক মনৰ অভাৱত বহুত সময়ত ভ্রমাত্মক সিদ্ধান্ত কৰিছিল।

এই কালছোৱাত আগৰ ভ্রান্তিমূলক মতবাদ আৰু অন্ধবিশ্বাসৰ ঠাইত অনুসন্ধান আৰু পৰীক্ষাই চিকিৎসা-বিজ্ঞানৰ স্থান অধিকাৰ কৰিলে। ৰোগীয়েই অধ্যয়নৰ প্রধান গ্রন্থ এই ভাবত পণ্ডিতসকল পতিয়ন গ'ল। এই সন্দৰ্ভত সপ্তদশ শতিকাৰ টমাছ ছিডেনহামৰ [Thomas



Sydenham, England] নাম বিশেষভাৱে উল্লেখ-যোগ্য। তেওঁক ইংৰাজ হিপোক্রেটিছ বোলা হয়। তেওঁ ৰোগীক পৰীক্ষা-নিৰীক্ষা কৰি আৰু ৰোগৰ ইতিহাস লৈ বিশেষ গোষ্ঠীত ৰোগীক অন্তর্ভুক্ত কৰি ৰোগৰ নামকৰণ কৰিছিল। তেওঁ ১৬৬৫ চনৰ প্লেগ মহামাৰী দেখি অন্যান্য মহামাৰীৰ বহুতো লক্ষণৰ তালিকা কৰি মত প্রকাশ কৰিছিল যে মহামাৰী ৰোগ ভূগর্ভৰপৰা ওলোৱা দূষিত বায়ুৰ মাধ্যমত বিয়পে। ইউৰোপৰ বিজ্ঞানী পণ্ডিত বোৰহাভে (Boerhaave, 1668-1738) ৰোগৰপৰা শৰীৰৰ যন্ত্র-তন্ত্রসমূহৰ কি কি সলনি হয় তাক অধ্যয়ন কৰিছিল। মৰগেগ্‌নিয়ে (Morgagni 1682-177) ৰোগাক্রান্ত শৰীৰৰ পৰিৱর্তনসমূহ অধ্যয়ন কৰিছিল। তেওঁ এন্‌জাইনা (Angina), উপদংশ (Syphilis), আৰু যকৃতৰ ছিৰোছিছৰ (Cirrhosis of liver) লক্ষণসমূহ বর্ণনা কৰিছিল।

স্পেলেন্‌জানিক ( Spallanzani, 1729-99 ) আধুনিক শাৰীৰবৃত্তৰ (Physiology) প্রতিষ্ঠাতা বোলা হয়। তেওঁ পাচকতন্ত্র আৰু স্নায়ুতন্ত্র বিষয়ত বিশেষ অধ্যয়ন কৰিছিল। তেওঁ দেখুৱালে যে জীৱনৰ উৎপত্তি স্বতস্ফূর্তভাৱে নহয়। শুক্রকীট আৰু ডিম্বাণুৰ মিলনত জীৱৰ উৎপত্তি হয়। জন হান্টাৰ (John Hunter, 1728-93) অষ্টম শতিকাৰ এজন বিখ্যাত অস্ত্র-চিকিৎসক আছিল; তেওঁ বৈজ্ঞানিক ধাৰাত অস্ত্র-চিকিৎসাৰ ওপৰত গৱেষণা

চলাইছিল। তেওঁ নিজৰ শৰীৰৰ ওপৰতেই উপদংশৰোগৰ পৰীক্ষা চলাইছিল। গৱেষণা যদিও ব্যৱহাৰিক ভিত্তিত হৈছিল তথাপিও হাণ্টাৰৰ অনুসন্ধানত বহুতো দাৰ্শনিক মতবাদৰ গোন্ধ পোৱা যায়। তেওঁক প্ৰাণবাদী দাৰ্শনিক বুলি বহুতে অভিহিত কৰিছিল।

ব্যৱসায়-বাণিজ্য, যুদ্ধ-বিগ্ৰহৰ কাৰণে মানুহে দেশ-বিদেশত ভ্ৰমণ কৰিছিল। তেনে কাৰ্যত থকা বহু অনুসন্ধিৎসুলোকে দেশ-বিদেশৰপৰা নানা তৰহৰ বনৌষধি সংগ্ৰহ কৰি নিজৰ দেশলৈ আনিছিল। লিনিয়ে (Linnaeus, 1707-78) এনেবোৰ বনৌষধিক বিভিন্ন শ্ৰেণীত বিন্যাস কৰি ভেষজ-বিজ্ঞানৰ সূচনা কৰিছিল।

চিকিৎসকসকল সৈন্যসকলৰ লগত যুদ্ধ ক্ষেত্ৰলৈ যাব লাগিছিল আৰু তাত নানাধৰণৰ আঘাত পোৱা ৰোগী চিকিৎসা কৰিব লাগিছিল। এনে কাৰ্যত অস্ত্ৰচিকিৎসক-সকলে নিজৰ অস্ত্ৰনৈপুণ্য আৰু চিকিৎসাৰ ধাৰা উন্নতি কৰিবলৈ সুবিধা পাইছিল। যেতিয়া প্লেগ আৰু অন্যান্য মহামাৰীয়ে ইউৰোপ আৰু ইংলণ্ডৰ জনসংখ্যা হ্ৰাস কৰিছিল তেতিয়া চৰকাৰ ৰোগনিবাৰণৰ আৰু নিৰাময়ৰ প্ৰয়োজনীয়তাৰ প্ৰতি সজাগ হ'ল; ৰোগৰ হেতু নিৰ্ধাৰণ; ৰোগ নিবাৰণ, ৰোগ চিকিৎসা ইত্যাদি কাৰ্যত তৎপৰতা বাঢ়িল; ফলত নতুন চিকিৎসা পদ্ধতিৰ সূচনা হ'বলৈ ধৰিলে।

নৱজাগৰণৰ সময়ত কল-কাৰখানা স্থাপন হৈছিল,



ব্যৱসায়-বাণিজ্য বাঢ়িছিল আৰু যন্ত্ৰই হস্তশিল্পৰ স্থান লৈছিল। এই কল-কাৰখানাবোৰ চহৰত স্থাপিত হোৱাত জনসাধাৰণে চহৰলৈ বুলি বাট লৈছিল; কিন্তু এওঁলোকৰ বসতিৰ কাৰণে কোনো পৰিকল্পনা নোহোৱাত মানুহবোৰে য'তে ত'তে থাকিবলৈ ধৰিছিল। ফলত তেওঁলোকে চহৰবোৰত ঠাহ খাই থেপা-থেপিকৈ অস্বাস্থ্যকৰ পৰিৱেশত বাস কৰিছিল। স্বাস্থ্যবিধিৰ নিয়ম-কানুন নজনাৰ কাৰণে চহৰবোৰ বৰ অস্বাস্থ্যকৰ হৈ উঠিছিল। এনে অৱস্থাত প্লেগ, বসন্ত, টাইফয়ড মহামাৰীয়ে দেখা দিছিল আৰু বহুতো মানুহে প্ৰাণ হেৰুৱাইছিল। ১৬৬৬ চনত ভীষণ অগ্নিকাণ্ডত অশেষ ক্ষতি হৈছিল আৰু ঘৰ-দুৱাৰ অট্টালিকা পুৰি ছাই হৈছিল। প্লেগ মহামাৰী আৰু অগ্নিকাণ্ডৰ পিছত ছাৰ খৃষ্টোফাৰ ৰেনৰ (Sir Christopher Wren) তত্ত্বাৱধানত ইংলণ্ডত পৰিকল্পিত আৰু স্বাস্থ্যবিজ্ঞানসন্মত চহৰ নিৰ্মাণ হৈছিল। পৰিষ্কাৰ-পৰিছন্নতাৰ ওপৰত লাহে লাহে গুৰুত্ব দিয়া হৈছিল। "The Queen (Queen Elizabeth) doth bathe herself once a month whether she requires it or not)। আগেয়ে জনসাধাৰণে ছাই বা গোবৰেৰে গা ধুইছিল; তেওঁলোকে পিছত চাবোন ব্যৱহাৰ কৰিছিল। আগেয়ে কিছুমান কাপোৰ-কানি মুঠেই ধোৱা হোৱা নাছিল, পিছলৈ মানুহে কাপোৰ-কানি নিয়মিতভাৱে ধুবলৈ

ধৰিলে। আগেয়ে ঘৰৰ মলিয়ন পানী, জাবৰ-জোথৰ মানুহে বাট-পদূলিত পেলাইছিল; পিছত সেইবোৰ কানুনেৰে বন্ধ কৰা হ'ল। মহামাৰীয়ে কেনেকৈ শিল্প উদ্যোগত অনিষ্ট সাধন কৰিব পাৰে তাক ছাৰ উইলিয়াম পিৰিয়ে দেখুৱাই দিছিল। কৰ্মীসকলক ৰোগৰ-পৰা মুক্তকৈ ৰাখিলেহে শিল্পপতিসকলৰ লাভ; ৰোগ নিবাৰণৰপৰা ধনব্যয় কৰাটো ৰোগৰপৰা মুক্তি পাবলৈ কৰা ধনব্যয় কৰাতকৈ অৱশেষত বেছি লাভজনক; এয়েই তেওঁৰ মূল উপদেশ আছিল। ১৭১৯ চনত ডাঃ মিডে (Mead) মহামাৰী ৰোধ কৰিবলৈ এনে ধৰণে পৰামৰ্শ আগবঢ়ালে যে মৃত ৰোগীক বিচাৰি উলিয়াবলৈ মানুহ নিয়োগ কৰিব লাগে, ৰোগীসকলক শীঘ্ৰে চিকিৎসা কৰিব আৰু পৃথককৈ ৰাখিব লাগে; ৰোগীৰ সংস্পৰ্শলৈ অহাজনক নজৰ বন্দীত ৰাখিব লাগে; কাপোৰ-কানি ঘৰতুৱাৰ নিবীজ কৰিব লাগে আৰু ৰোগৰ উদ্ভৱ হলেই চৰকাৰক জনাব লাগে। প্লেগ মহামাৰীৰ সময়ত ৰোগী থকা ঘৰ বন্ধ কৰি দি ঘৰৰ বাহিৰত বিজ্ঞাপন আৰি দি মানুহক সাৱধান কৰি দিয়া হৈছিল। ষষ্ঠদশ শতিকাত ফ্ৰেক্তাষ্টোৰিয়াচে (Fractastorius, 1483-1553) প্ৰচাৰ কৰিছিল যে মহামাৰীবোৰ তিনিটা উপায়েৰে বিয়পে-দৈহিক সংস্পৰ্শত; ৰোগীয়ে ব্যৱহাৰ কৰা বস্তু-বাহানি কাপোৰ কানিৰপৰা আৰু বতাহৰ মাধ্যমত অতি ক্ষুদ্ৰ ৰোগৰ



বিষাক্ত পদাৰ্থৰ পৰা। ইয়াৰ ফলত ৰোগীক পৃথককৈ ৰখা হৈছিল আৰু সঙ্গৰোধ ব্যৱস্থাৰ প্ৰচলন হৈছিল। অনেকে আগয়ে ভাবিছিল যে মহামাৰীৰ কাৰণ ডাইনী ভূতুনী আৰু যাদুৰ অনিষ্টকাৰী ক্ৰিয়া। বহুমানুহক যাদুকৰ বুলি অত্যাচাৰ আনকি হত্যা কৰাও হৈছিল। পানীৰ-পৰা ৰোগৰ উৎপত্তি হয় বুলি বিবেচনা কৰি মানুহে মদ (beer) খাবলৈ ধৰিলে। ১৬৮৮ চনত ৫ নিযুত মানুহৰ কাৰণে ১২ নিযুত বেৰেল বিয়াৰ তৈয়াৰ হৈছিল।

বসন্তৰোগ নিবাৰণৰ কাৰণে চীনদেশত বসন্তৰোগৰ ছিটা দিয়া হৈছিল। ডাঃ জেনাৰে (Edward Jenner, 1749-1823) বৈজ্ঞানিক পদ্ধতিত ইংলণ্ডত ছিটাৰ প্ৰচলন কৰিছিল।

দূৰ দেশলৈ জাহাজেৰে যাওঁতে বহু মানুহ ৰোগাক্ৰান্ত হৈ জীৱন হেৰুৱাইছিল। এইবোৰৰ কাৰণ টাইফাছ আৰু স্কাৰ্ভি (Typhus and Scurvy) বুলি লিণ্ড (Lind), ব্লেইন (Blain), প্ৰিংকল (Pringle) আদি বিজ্ঞানীয়ে ঠাৱৰ কৰিছিল। পৰিষ্কাৰ-পৰিচ্ছন্নতাৰদ্বাৰা টাইফাছ ৰোগ আৰু কেঁচা শাকপাচলিৰদ্বাৰা স্কাৰ্ভি ৰোগ নিবাৰণ কৰিব পাৰি বুলি তেওঁলোকে প্ৰচাৰ কৰিছিল। কাৰাগাৰ আৰু জাহাজ পৰিষ্কাৰকৈ ৰাখি টাইফাছ ৰোগৰ প্ৰকোপ কমাইছিল আৰু জাহাজত কেঁচা শাক-পাচলিৰ যোগান ধৰি স্কাৰ্ভি ৰোগ নিয়ন্ত্ৰণ কৰিছিল।

কিছুমান বৃত্তিৰপৰা ( Occupation ) ৰোগৰ উৎপত্তি হয়, ৰোগ-প্ৰৱণতা বাঢ়ে, অনেক কৰ্মী অকালতে পংগু হয় আৰু মৃত্যুমুখত পৰে। ৰামাজিনিয়ে (1633-1714) এই সন্দৰ্ভত অনুসন্ধান চলাই ১৭০০ চনত এখন মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰিছিল। তেওঁ কৈছিল "Pecuniary gain is worthless if it entails the loss of what is best worth having, health." স্বাস্থ্যৰ বিনিময়ত ধন-সম্পত্তি উপাৰ্জন কৰিবলৈ যোৱাটো নিৰৰ্থক।

চৰকাৰে লাহে লাহে বুজিবলৈ ধৰিলে যে ৰোগ চিকিৎসা নকৰিলে বা তাক নিবাৰণ নকৰিলে দেশ তিষ্ঠিব নোৱাৰে আৰু সেয়েহে দেশবাসীৰ স্বাস্থ্যৰক্ষাৰ দায়িত্ব চৰকাৰে নিজৰ হাতলৈ আনিবলৈ ধৰিছিল; হস্পিতাল নিৰ্মাণ হবলৈ ধৰিলে আৰু আগৰ শোচনীয় অৱস্থা আঁতৰাবলৈ ব্যৱস্থা লোৱা হল। অজ্ঞতা, দাৰিদ্ৰ আৰু প্ৰতিকূল পৰিৱেশৰ কাৰণে অষ্টম শতিকাত শতকৰা ৪০ জন কেচুৱাই মৃত্যুমুখত পৰিছিল আৰু পাঁচবছৰ বয়সৰ ভিতৰত প্ৰায় ৭০ জন শিশুৰেই মৃত্যু হৈছিল। নৱজাগৰণৰ শেষ কালছোৱাত আইন প্ৰণয়ন কৰি চৰকাৰে শিশুৰ তত্ত্বাৱধানৰ ব্যৱস্থা কৰিলে।

নৱজাগৰণৰ যুগৰ কেইগৰাকীমান প্ৰধান প্ৰধান চিকিৎসাবিদৰ বিষয়ে অৱগত হ'লে সেই সময়ৰ চিকিৎসা-



বিজ্ঞানৰ ভাবধাৰা কোন ফালে প্ৰৱাহিত হৈছিল তাক বুজিব পাৰি।

## শাৰীৰস্থান (Anatomy)

লিওনাৰ্ড দ্য ভিন্‌চি (Leonard da Vinci, 1452 1519) : এওঁ চিত্ৰ-শিল্প আৰু ভাস্কৰ্য-বিশাৰদ আছিল। তেওঁ দেখিলে যে শৰীৰৰ পেশী, যন্ত্ৰ-তন্ত্ৰ আদিৰ বিষয়ে সম্যকজ্ঞান নাথাকিলে জীৱন্ত চিত্ৰ বা ভাস্কৰ্যৰ কাম কৰিব পৰা নাযায়; এই জ্ঞানৰ অবিহনে চিত্ৰ বা ভাস্কৰ্য প্ৰাণহীন হয়। তেওঁ শাৰীৰস্থানজ্ঞসকলৰপৰা বিশেষ সহায় নাপাই নিজেই শৱ-ব্যৱচ্ছেদন কৰিবলৈ ধৰিলে। তেওঁ শাৰীৰস্থান বিষয়ৰ বহুতো নক্‌চা আঁকিছিল আৰু সংক্ষিপ্ত বিৱৰণ লিখি থৈ গৈছিল।

এন্ড্ৰিয়াছ ভেচেলিয়াচ ( Andreas Vesalius; 1514-1564) : এওঁ সকলো সময়ৰ এজন বিশিষ্ট শাৰীৰস্থান বিজ্ঞানী। তেওঁ লুভে (Louvain) আৰু পেৰিচত শিক্ষালাভ কৰিছিল। তেওঁ য়ুৰোপ মহাদেশৰ বহুতো শিক্ষাকেন্দ্ৰ পৰিদৰ্শন কৰিছিল আৰু পেডুৱাত অস্ত্ৰ-চিকিৎসা আৰু শাৰীৰস্থান বিষয়ৰ অধ্যাপক নিযুক্ত হৈছিল। তেওঁ গেলেনৰ বহুতো ভ্ৰান্তিমূলক শিক্ষা আঙুলিয়াই শুধৰাই দিছিল। সোঁ নিলয়ৰপৰা তেজ পোনেই বাঁও নিলয়লৈ যায় বুলি প্ৰচলিত মত ভুল

বুলি দেখুৱাইছিল। তেওঁ ফেব্ৰিকা (Fabrica) আৰু এপিটম (Epitome) নামেৰে দুখন মূল্যবান গ্ৰন্থ প্ৰণয়ন কৰিছিল। তেওঁ মাদ্ৰিডত ৰজা পঞ্চম চাৰ্লচৰ চিকিৎসক নিযুক্ত হৈছিল। পুৰণি শিক্ষাৰ প্ৰতিকূলে শিক্ষাদান কৰাৰ কাৰণে তেওঁ বিপৰীত পক্ষৰপৰা অশেষ লাঞ্চনা পাবলগীয়া হৈছিল।

## শাৰীৰবৃত্ত (Physiology)

ষষ্ঠদশ শতিকাত কলম্বচে (Columbus, 1510-99) ক্লোম উপতন্ত্ৰৰ বিষয়ে শুদ্ধ বৰ্ণনা দিছিল। সপ্তদশ শতিকাত উইলিয়াম হাৰ্ভেই (William Harvey, 1578-1657) দেহীয় সংবহন তন্ত্ৰৰ বৰ্ণনা দিছিল; কিন্তু তেওঁ জালকৰ (Capillary) বিষয়ে নাজানিছিল। মালপিজিয়ে (Malpighi, 1628-94) অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে ইয়াৰ অস্তিত্ব প্ৰমাণ কৰিছিল। লিৱেনহকে (Leewenhoek, 1632–1723) তেজৰ কোষ আৰু বীজাণু অণুবীক্ষণ যন্ত্ৰেৰে দেখিবলৈ পাইছিল আৰু সিবোৰৰ বৰ্ণনা দিছিল।

## অস্ত্ৰ চিকিৎসা (Surgery)

খাৰ-বাৰুদ, যুদ্ধ-বিগ্ৰহ অস্ত্ৰচিকিৎসাৰ উন্নতিৰ প্ৰধান কাৰণ আছিল; লগে লগে শাৰীৰস্থানৰ বৈজ্ঞানিক



উন্নতিয়ে বিশেষ অৰিহণা যোগাইছিল। উনবিংশতিতম শতিকাত অস্ত্ৰবিদ্যাৰ বিশেষভাৱে বৈজ্ঞানিক চৰ্চা হৈছিল আৰু সেনাবাহিনীৰ চিকিৎসকসকলে এই বিষয়ত আগভাগ লৈছিল, কিন্তু ইয়াৰ ভেঁটি স্থাপিত হৈছিল নৱজাগৰণৰ কালছোৱাত।

এম্ব্ৰইজ পেৰি (Ambroise Pare, 1510-90) নৱজাগৰণ যুগৰ এজন বিখ্যাত শল্য চিকিৎসক আছিল! তেওঁক আধুনিক শল্যচিকিৎসাৰ পিতৃ বুলি অভিহিত কৰা হয়। তেওঁ কিতাপৰ বিদ্যা বা গতানুগতিক আলোচনাৰ ওপৰত নিৰ্ভৰ নকৰিছিল; তেওঁৰ শাস্ত্ৰ আছিল ৰোগী আৰু ৰোগীৰ মংগলেই তেওঁৰ মুখ্য উদ্দেশ্য আছিল। পেৰি নাপিত চিকিৎসক (Barber-surgeon) আছিল; কিন্তু তেওঁৰ চিকিৎসাৰ খ্যাতি আৰু মানদণ্ডৰ ওপৰতেই তেওঁ পেৰিচৰ হোটেল ডিউ (Hotel-Dieu) হস্পিতালত অস্ত্ৰ চিকিৎসক হিচাপে নিয়োজিত হৈছিল। তেওঁ শল্য চিকিৎসাৰ গ্ৰন্থ ৰচনা কৰিছিল। তেওঁৰ চিকিৎসাৰ ধাৰা আৰু মতবাদৰ কাৰণে পেৰিচ বিশ্ববিদ্যালয়ৰপৰা বহুতো বিপদৰ সন্মুখীন হ'ব লাগিছিল। সেই সময়ৰ প্ৰকৃত অস্ত্ৰ-চিকিৎসকসকলে দীঘল সাজ পিন্ধিছিল আৰু নাপিত শল্য চিকিৎসকসকলক ঘৃণা কৰিছিল; আকৌ ভেষজ চিকিৎসক (Physician) আৰু শল্যচিকিৎসকসকলৰ

মাজত অৰিয়া-অৰি ভাৱ আছিল। এনে অপ্ৰীতিকৰ অৱস্থাতো পেৰিৰ কৰ্মোত্তম ম্লান হোৱা নাছিল। পেৰিয়ে পেৰিচত থাকিবলৈ ধৰিলে। তেওঁ ফৰাছীদেশৰ ৫ জন ৰজাৰ ৰাজ চিকিৎসক আছিল। পেৰিৰ অভিজ্ঞতাই যুদ্ধবিষয়ক শল্যচিকিৎসাৰ উপৰিও আন দিশো সামৰিছিল।

১৫৪০ চনত ইংলণ্ডত টমাচ ভাইকেৰিৰ (Thomas Vicary) চেষ্টাত এখন আইন প্ৰণয়ন হৈছিল। এই আইন অনুযায়ী নাপিত শল্যচিকিৎসক আৰু প্ৰকৃত শল্যচিকিৎসক মিলিত হৈ এটা সংস্থা (Company) গঠন কৰে। এই আইন অনুযায়ী কোনো শল্য-চিকিৎসক নাপিত হ'ব নালাগিছিল আৰু নাপিত শল্য চিকিৎসকে দাঁতৰ ৰোগহে চিকিৎসা কৰিব পাৰিছিল। ১৫০৫ চনত স্কটলেণ্ডত নাপিত শল্য-চিকিৎসকসকল আইনমতে গোটখাই নাপিত শল্য-চিকিৎসক সংঘ (Incorporation of Barber surgen) গঠন কৰিছিল। এই সংঘখনেই ১৭৭৮ চনত ৰয়েল কলেজ অব চাৰ্জন অব এডিনবাৰ্গ (Royal College of Surgeons of Edinburgh) ৰূপে পৰিগণিত হয়। এই কলেজৰ এটা স্বত্ব অনুসৰি প্ৰত্যেক শল্য চিকিৎসকে পঢ়িব আৰু লিখিব পৰা হ'ব লাগিছিল। ১৫৯৯ চনত ফেকালটি অব ফিজিচিয়ানচ এণ্ড চাৰ্জনচ অব গ্লাচ্‌গো (Faculty of Physicians and Surgeons of Glasgow) গঠিত হৈছিল। এই ফেকালটিৰ নিয়ম অনুসৰি তুখীয়া ৰোগীৰপৰা কোনো মাননি নোলোৱাকৈ চিকিৎসা কৰিব লাগে। এতিয়াও ফেকালটিৰ সভা ভংগ হোৱাৰ আগে আগে তুখীয়াক বিনা মাননিত চিকিৎসা কৰা হৈছে বুলি প্ৰস্তাৱ লোৱা হয়।



## ভেষজ চিকিৎসা (Physic)

১৪৯৩ চনত জুৰিকৰ ওচৰত পেৰাচেল্‌চাচৰ (Paracelsus, 1493-1541) জন্ম হৈছিল। তেওঁ চিকিৎসা জগতত নৱজাগৰণৰ এজন বিশিষ্ট নেতা আৰু পুৰণি মতামতৰ বিৰুদ্ধে নিৰ্ভীক যুঁজাৰু আছিল। সেই কাৰণে তেওঁৰ বহুতো শত্ৰু আছিল। তেওঁক ষষ্ঠদশ শতিকাৰ এজন মৌলিক গৱেষক বুলি কোৱা হয়। তেওঁ ইউৰোপৰ প্ৰধান প্ৰধান শিক্ষা কেন্দ্ৰত শিক্ষা লাভ কৰিছিল আৰু বহুতো ঠাই ভ্ৰমণ কৰিছিল। ৰোগীক সান্ত্বনা দিয়া, তেওঁৰ এটা প্ৰথম উদ্দেশ্য আছিল। তেওঁৰ মতামত গেলেন, অভিচেনা আদি পুৰণি কালৰ পণ্ডিতসকলৰ মতামতৰ লগত মিল নাছিল। গেলেন আৰু অভিচেনাৰ গ্ৰন্থদাহ কৰাৰ পিছতহে তেওঁ বক্তৃতা দিছিল। তেওঁ বহুতো গ্ৰন্থ প্ৰণয়ন কৰিছিল।

তেওঁৰ দৰ্শন শাস্ত্ৰ, ৰসায়ন শাস্ত্ৰ আৰু জ্যোতির্বিদ্যাত বিশেষ বুৎপত্তি আছিল। তেওঁ ঈশ্বৰৰ ওপৰত বিশ্বাস কৰিছিল।

ফ্ৰেকাষ্টোৰিয়াচে (Fracastorius, 1483-1553) সংক্ৰামক ৰোগ কেনেকৈ বিয়পে তাৰ বৰ্ণনা দিয়ে। ইয়াৰপৰা সংক্ৰামক ৰোগ নিবাৰণৰ কাৰণে ব্যৱস্থা লোৱাত বিশেষ সহায় হৈছিল।

অষ্টম হেন্‌ৰিৰ সময়ত ১৫৫১ চনত ৰয়েল কলেজ অব ফিজিচিয়ানচ্ অব লণ্ডনৰ (Royal College of Physicians of London) জন্ম হয়। এই কলেজখনে লণ্ডনৰ ৭ মাইল পৰিধিৰ ভিতৰত অৱস্থিত ঠাইত চিকিৎসা কৰিবলৈ হলে কেনে যোগ্যতাবিশিষ্ট তাক নিৰূপণ কৰিহে অনুমতিৰ বিষয়ে বিচাৰ কৰিছিল।

---

## সপ্তদশ শতিকাৰ চিকিৎসা-বিজ্ঞান

আধিদৈৱিক, ধৰ্মীয় আৰু কল্পনাশীল মতবাদ, যাদুবিদ্যা আদি পুৰণি মূলসূত্ৰৰ স্থান চিকিৎসা-বিজ্ঞানত অতি নগণ্য বা নাই বুলি নৱজাগৰণৰ যুগে সূচনা কৰিছিল আৰু সপ্তদশ শতিকাত বৈজ্ঞানিক ভিত্তিৰ গৱেষণা, নিৰীক্ষা আৰু নিৰপেক্ষ মীমাংসাই ইয়াৰ স্থান অধিকাৰ কৰিছিল, কিন্তু পুৰণি সকলোবোৰ বিশ্বাস আঁতৰি যোৱা নাছিল। সেয়েহে বৈজ্ঞানিক ভিত্তিৰ চিকিৎসা-বিজ্ঞানে দৃঢ়পদক্ষেপে আগুৱাই গলেও পুৰণি বিশ্বাস কেতবোৰে কিছুসংখ্যক মানুহৰ মনত প্ৰভাৱ বিস্তাৰ কৰিয়েই আছিল।

যাদুবিদ্যা আৰু ভূত-প্ৰেতে ৰোগৰ সৃষ্টি কৰে আৰু এইবোৰৰ প্ৰতিকাৰৰ অৰ্থে যথাৰ্থ ব্যৱস্থা গ্ৰহণ কৰিব পাৰিলেহে ৰোগৰপৰা মুক্ত হৈ থাকিব পাৰি এই বিশ্বাস বহুদিনৰপৰা চলি আহিছিল। প্ৰখ্যাত গ্ৰন্থকাৰ আৰু চিকিৎসক চাৰ টমাচ ব্ৰাউনে (১৬০৫-৮২) বিশ্বাস কৰিছিল যে যাদুবিদ্যা আৰু আধিদৈৱিক শক্তি

ৰোগৰ কাৰণ হ'ব পাৰে আৰু ইয়াৰ ওপৰতেই ভিত্তি কৰি বহু মানুহক যাতুকৰ বুলি অত্যাচাৰ আৰু হত্যা কৰা হৈছিল। ষষ্ঠ পোপ ইনোছেণ্টে (Pope Innocent VI) ইয়াৰ প্ৰায় ৩০০ বছৰ আগতেই ধাৰ্মিক লোকসকলৰ ওপৰত এনে অত্যাচাৰ হোৱা দেখি এই সমস্যাৰ বিষয়ে বিশদ পৰ্যালোচনা কৰি এটা বিৱৰণ দাখিল কৰিবলৈ ক্ৰেমাৰ (Kraemer) আৰু স্প্ৰেণ্‌জাৰৰ (Sprenger) ওপৰত দায়িত্ব দিছিল। তেওঁলোকে দি হেমাৰ অব দি উইট্‌চেচ্ (The Hammer of the Witches) নামেৰে ১৪৮৭ চনত এখন গ্ৰন্থ ৰচনা কৰিছিল। স্কট্‌লেণ্ডৰ ৰজা ষষ্ঠ জেম্‌চে ডেন্‌মাৰ্কৰপৰা তেওঁৰ ৰাণী এনিক লৈ আহোঁতে সাগৰত ধুমুহা উঠিছিল। ডাঃ ফ্যায়ানে (Dr. Fian) সেই সময়ত সাগৰলৈ এটা মেকুৰী দলিয়াই দিছিল। ধুমুহাৰ কাৰণ সাগৰলৈ মেকুৰী দলিয়াই দিয়াটোৱেই বুলি ভাবি ডাঃ ফ্যায়ানক ১৫৯১ চনত প্ৰাণদণ্ড দিয়া হৈছিল। ৰজাই যাতুকৰ-যাতুকৰীক বাছি উলিয়াবৰ কাৰণে এটা পৰীক্ষা উদ্ভাৱন কৰিছিল। এই পৰীক্ষা অনুযায়ী সন্দেহ-যুক্ত ব্যক্তিক হাত-ভৰি বান্ধি পানীত পেলাই দিয়া হৈছিল ; দোষী হলে পানীত ভাহি থাকিব আৰু নিৰ্দোষী হলে পানীত বুৰ যাব বুলি ভাবিছিল। ফলত দোষী আৰু নিৰ্দোষী সকলোৱে এই পৰীক্ষাত মৃত্যুবৰণ কৰিছিল। ক্ৰমে দুই-এজন সাহিয়াল মানুহে এনে প্ৰথাৰ বিৰুদ্ধে



মত প্ৰকাশ কৰিবলৈ ধৰিলে। চুইজাৰলেণ্ডত ১৭৮২ চনত হোৱা যাতুকৰৰ প্ৰাণদণ্ডৰ পিছত আৰু তেনে দণ্ড বিহা হোৱা নাই।

ৰজাৰ ভূতে (King's Evil) ধৰিলে ৰোগ হয় বুলি মানুহে বিশ্বাস কৰিছিল আৰু তেনে ৰোগীক ৰজাই স্পৰ্শ কৰিলেহে ৰোগৰ উপশম হয় বুলি মানুহে ভাবিছিল। ফৰাছী দেশত ৪৯৬ চনৰপৰা ছাল আৰু গ্ৰন্থিৰ যক্ষ্মাৰোগ হলে এনে ৰাজকীয় স্পৰ্শ চলিছিল ; চতুৰ্দশ লুইয়ে ২৫০০ জন ৰোগীক স্পৰ্শ কৰিছিল। ১৭৭৫ চনলৈকে এনেধৰণৰ চিকিৎসা চলিছিল। ইংলণ্ডত এডৱাৰ্ড দি কন্‌ফেচাৰে (Edward the Confessor) প্ৰথমতে এই চিকিৎসাৰ প্ৰচলন কৰিছিল। তেওঁ প্ৰত্যেক ৰোগীকেই স্পৰ্শ কৰি এটাকৈ সোণৰ মুদ্ৰা দিছিল। দ্বিতীয় চাৰ্লচে (Charles II) তেওঁৰ ৰাজত্ব কালত ৯২১০৭ জন ৰোগীক স্পৰ্শ-চিকিৎসা কৰিছিল। ৰাণী এনিয়ে ছুবছৰীয়া ডাঃ চেমুৱেল জন্‌চনক এনেভাৱে স্পৰ্শ কৰিছিল। তেওঁৰ পিছৰপৰাই এনে চিকিৎসা বন্ধ হয়।

বিখ্যাত শল্যচিকিৎসক ৰিচাৰ্ড ৱাইজমেনক (Richard Wiseman, 1622-76) ইংলণ্ডৰ শল্যচিকিৎসাৰ পিতৃ বুলি অভিহিত কৰা হয়। তেওঁ ৰাজস্পৰ্শৰ বিষয়ে কিতাপ লেখিছিল। তেওঁ কৈছিল যে শ শ ৰোগীয়ে ৰাজস্পৰ্শৰ ফলত ছাল আৰু গ্ৰন্থিৰ যক্ষ্মাৰোগৰপৰা মুক্ত হোৱা নিজ চকুৰে দেখিছিল।

চাৰ টমাচ ব্ৰাউনৰ (Sir Thomas Browne, 1605-82) মতামত ধৰ্ম আৰু বিজ্ঞানৰ সংমিশ্ৰণ আছিল। তেওঁৰ বিখ্যাত গ্ৰন্থখন হৈছে ৰিলিজিও মেডিচি (Religio Medici)। তেওঁ বিশ্বাস কৰিছিল যে প্ৰত্যেক মানুহৰ ভিতৰত একোটাকৈ শক্তি নিহিত থাকে। শৰীৰৰ আধাৰ নহলেও ই জীয়াই থাকিব পাৰে। বহিৰ্জগতৰ বিষয়ে গৰ্ভস্থ ছুটা শিশুৰ আলোচনা যেনেদৰে নিৰৰ্থক, ভৱিষ্যতৰ বিষয়ে আমাৰ মাজত হোৱা আলোচনাও তেনেদৰে মূল্যহীন; ভৱিষ্যতৰ বিষয়ে আমি একোৱে নাজানোঁ। বহুতো বিখ্যাত গ্ৰন্থকাৰ, দাৰ্শনিক আৰু কবিয়েও এনে মত পোষণ কৰিছিল।

এই শতিকাৰ প্ৰথম ভাগত ছুটা মতবাদৰ প্ৰচলন হৈছিল। এটা মতবাদ অনুসৰি শৰীৰটো এটা যন্ত্ৰ মাথোন আৰু আনটো মতবাদ অনুযায়ী শৰীৰটো এটা ৰাসায়নিক ক্ৰিয়া-প্ৰক্ৰিয়াৰ সমষ্টি মাথোন ( lotro-physical and lotro-chemical )। প্ৰথম মতবাদৰ মুখ্য পৃষ্ঠপোষক আছিল পাতুৱাৰ চেন্‌ক্টোৰিয়াচ ( Sanctorius Sanctorius, 1561-1636 )। তেওঁ এখন পাল্লা নিৰ্মাণ কৰি তাতে বহা, শোৱা, খোৱা আদি সকলো কাম সামধা কৰিছিল; তেওঁ অদৃশ্য ঘামৰ পৰিমাণ নিৰ্ণয় কৰিছিল। তেওঁ তাপমান যন্ত্ৰ (thermometer) আৰু নাড়ী হিচাপ কৰা ঘড়ী (Pulsilogium) আৱিষ্কাৰ কৰিছিল। ইয়াৰ ১০০ বছৰ পিছত জন ফ্লয়েৰে (John Floyer, 1649-1734) চিকিৎসকৰ ঘড়ী আৱিষ্কাৰ কৰিছিল। ব'ৰেলি (Borelle 1608-79), পিচা বিশ্ববিদ্যালয়ৰ অংক শাস্ত্ৰৰ অধ্যাপক আছিল; তেওঁৰ প্ৰথম মতবাদত বিশ্বাস নাছিল। ৰোম বিশ্ববিদ্যালয়ৰ শাৰীৰস্থানৰ অধ্যাপক আছিল বগ্‌লিভি (Baglivi, 1668-1707)। তেওঁ সেই সময়ত প্ৰথম মতবাদক বিশ্বাস কৰিছিল; কিন্তু পিছত তেওঁ ভেষজ চিকিৎসাৰ অধ্যাপক নিযুক্ত হয়! তেতিয়া তেওঁ এই মতবাদত বিশ্বাস হেৰুৱাই ৰোগীক পৰীক্ষা-নিৰীক্ষা কৰি বিশ্লেষণাত্মক সিদ্ধান্তই সত্য বুলিও মতপ্ৰকাশ কৰিছিল। ৰাসায়নিক মতবাদৰ প্ৰতিষ্ঠাপক হৈছে ব্ৰুচেলৰ হেলমণ্ট (Helmont, 1577-1644)। লিডেনৰ অধ্যাপক চিলভিয়াচ (Franciscus Sylvius. 1614-72) এই মতবাদৰ প্ৰধান সমৰ্থক আছিল। এই মতবাদৰ সমৰ্থকসকলে কোনো শক্তি বা গেছ্ বা এন্‌জাইমৰ (Enzyme) দ্বাৰা শৰীৰ পৰিচালিত হয় বুলি বিশ্বাস কৰিছিল। অক্সফোৰ্ডৰ প্ৰফেচৰ টমাচ উইলিচে (Thomas Willis 1621-75) শৰীৰক মদৰ ভাটিৰ লগত তুলনা কৰিছিল। প্ৰয়োজন অনুসৰি শৰীৰৰপৰা গেছ্ উলিয়াই দি শৰীৰে নিজৰ সমতা ৰক্ষা কৰে বুলি তেওঁ বিশ্বাস কৰিছিল।

ৰোগীক পৰীক্ষা-নিৰীক্ষা কৰি স্বীয় অভিজ্ঞতাৰ সহায়তহে ৰোগ নিৰ্ণয় আৰু চিকিৎসা কৰিব পাৰি, এনে মূলনীতি হিপোক্ৰেটিছে অনুসৰণ কৰিছিল। সপ্তদশ শতিকাত তেনে

মূল নীতি অনুশীলন কৰিছিল কেম্ব্রিজৰ অধ্যাপক ফ্রেন্চিচ গ্লিচনে (Francis Glisson, 1597-1677)। লণ্ডনৰ টমাচ চিডেনহাম (Thomas Sydenham, 1624-89) আৰু চুইজাৰলেণ্ডৰ থিওডৰ টুৰ্কে (Theodore Turquet, 1573-1655)। চিডেনহামক ইংৰাজ হিপোক্রেটিচ বোলা হয়। হানচ্ স্লোৱানে (Hans Sloane, 1660-1753) শাৰীৰস্থান আৰু উদ্ভিদবিদ্যা চৰ্চা কৰিছিল। তেওঁ চিডেনহামক চিকিৎসাৰ কাৰণে কি গ্রন্থ পঢ়া উচিত বুলি সুধিছিল। তেতিয়া চিডেনহামে কৈছিল, "গ্রন্থ অধ্যয়নৰপৰা একো লাভ নহয়, এনে অধ্যয়ন মূৰ্খামিহে। তুমি ৰোগীৰ ওচৰলৈ গৈ পৰীক্ষা নিৰীক্ষা কৰি শিক্ষা লাভ কৰাঁ।" চিডেনহামে চিনকোনা গছৰ ছালৰ গুড়ি জ্বৰ (মেলেৰিয়া) চিকিৎসা কৰোঁতে ব্যৱহাৰ কৰিছিল। কথিত আছে যে সপ্তদশ শতিকাৰ প্ৰথম ভাগত পেৰুৰ ভাইচ্‌ৰয়ৰ পৰিবাৰ কাউন্টেচ অব চিন্‌কোনৰ জ্বৰ হৈছিল; তেওঁক পেৰুৰ চিনকোনা গছৰ বাকলিৰ গুড়িৰে চিকিৎসা কৰা হৈছিল আৰু তেওঁ সেই চিকিৎসাত আৰোগ্য লাভ কৰিছিল। তেতিয়া কাউন্টেচে সেই গছৰ বাকলিৰ গুড়ি জ্বৰ (মেলেৰিয়া] চিকিৎসাৰ কাৰণে ইউৰোপত প্ৰচলন কৰিছিল। অৱশ্যে, হেগিছে (A. G. Haggis) কাউন্ট চিনকোনৰ দিনপঞ্জী পৰীক্ষা কৰি এনে দাবী ভিত্তিহীন বুলি কয়।

১৬৬৫ চনত লণ্ডন চহৰত প্লেগ মহামাৰীয়ে দেখা দিছিল। এই সন্দৰ্ভত বিখ্যাত বিজ্ঞানী ডাঃ হজেচৰ (Nathaniel Hodges, 1629-88) নাম উল্লেখযোগ্য। তেওঁ এই মহামাৰীৰ বিশদ বিৱৰণ লিখি গৈছে। তেওঁ মহামাৰীৰ সময়ত লণ্ডন চহৰ এৰি যোৱা নাছিল; বৰং তেওঁ পুৱাৰপৰা মাজনিশালৈকে ৰোগীসকলৰ ঘৰলৈ গৈ ৰোগীসকলক সান্ত্বনা দিছিল আৰু চিকিৎসা কৰিছিল। ডাঃ জৰ্জ টমচনে (George Thomson) মৰণোত্তৰ পৰীক্ষা কৰি প্লেগৰ কাৰণ নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু প্লেগৰ কাৰণ কি আৰু ই কেনেকৈ বিয়পে তাৰ সন্তেদ পোৱা নাছিল। মহামাৰীয়ে লণ্ডনৰ প্ৰায় এক পঞ্চমাংশ লোকৰ প্ৰাণনাশ কৰিছিল। সেই সময়ত লণ্ডনত ভীষণ অগ্নিদাহ (Great Fire) হৈছিল আৰু তেতিয়া ঘৰবাৰী পুৰি ভস্মীভূত হোৱাৰ লগে লগে চহৰখন পৰিষ্কাৰ হৈছিল। ফলত প্লেগ মহামাৰী শাম কাটিছিল।



শিক্ষাৰ প্ৰাধান্য একেটা কেন্দ্ৰতেই সদায় আৱদ্ধ হৈ নাথাকে। এটা কেন্দ্ৰ নিষ্প্ৰভ হৈ যোৱাৰ লগতে আন এটা কেন্দ্ৰ উজ্জ্বল হৈ উঠিবলৈ ধৰে। ১৫৭৫ চনত উইলিয়াম অব অৰেঞ্জে (William of Orange) লিডেনত (Leyden) এখন বিশ্ববিদ্যালয় স্থাপনৰ কাৰণে হলেণ্ড-বাসীক অনুমতি দিছিল। এই বিশ্ববিদ্যালয়ত জাতি-ধৰ্ম-নিৰ্বিশেষে সকলোৱে শিক্ষা লাভ কৰিব পাৰিছিল। আনহাতে পোপৰ আদেশ অনুযায়ী ইটালীৰ বিশ্ববিদ্যালয়-

বোৰত কেথলিক ধৰ্মৰ মানুহৰ বাহিৰে আনে শিক্ষালাভ কৰিব নোৱাৰিছিল। লিডেনৰ চিকিৎসাবিদ্যালয় দোপত দোপে উন্নতি কৰিবলৈ ধৰিছে। ইউৰোপৰ বিভিন্ন ঠাইৰপৰা ছাত্ৰ আহি ইয়াত শিক্ষা লাভ কৰিছিল। সপ্তদশ শতিকাত ইউৰোপত এইখনেই সকলোতকৈ উজ্জ্বল শিক্ষানুষ্ঠান আছিল। অতীজতে মিছৰত চিকিৎসাবিজ্ঞানৰ চৰ্চা হৈছিল ; তাৰ পিছত গ্ৰীকসকলৰ তত্ত্বাৱধানত আলেকজেন্দ্ৰিয়াত এটা বৃহৎ শিক্ষাৰ কেন্দ্ৰ স্থাপিত হৈছিল ; ক্ৰমে চালেৰ্ণো, মন্তপেলাৰ আৰু পাডুৱালৈ শিক্ষাৰ প্ৰাধান্য স্থানান্তৰিত হল। শেষত ইউৰোপৰ ভিতৰত চিকিৎসা-বিজ্ঞানৰ প্ৰধান শিক্ষাস্থান হৈছিল লিডেন।

স্বমাৰডান (Jan Swammerdan, 1637–80) এজন হলেণ্ডৰ বিজ্ঞানী আছিল। তেওঁ অণুবীক্ষণ যন্ত্ৰ আৱিষ্কাৰৰ ক্ষেত্ৰত বিশেষ অৰিহণা যোগাইছিল। তেওঁ বহুতো কীটপতঙ্গ ব্যৱচ্ছেদন কৰি অণুবীক্ষণ যন্ত্ৰৰ সহায়েৰে সূক্ষ্মভাৱে অধ্যয়ন কৰিছিল। এণ্টনি ভন লিৱেনহক [Antony van Leeuwenhoek, 1632-1723] আন এজন হলেণ্ডৰ বিজ্ঞানীৰ নাম অণুবীক্ষণ যন্ত্ৰ আৱিষ্কাৰ ক্ষেত্ৰত চিৰস্মৰণীয় হৈ আছে। তেওঁ এজন সদাগৰ আছিল। তেওঁ নিজে গ্লাচ ঘঁহি ঘঁহি অণুবীক্ষণ যন্ত্ৰৰ লেন্স তৈয়াৰ কৰিছিল। তেওঁ ২০০ অণুবীক্ষণ যন্ত্ৰ নিৰ্মাণ কৰিছিল। তেওঁৰ অণুবীক্ষণ যন্ত্ৰৰ সহায়ত ১৬০ গুণলৈকে প্ৰতিবিম্ব বৰ্ধিত হৈছিল।



তেওঁ অণুবীক্ষণ যন্ত্ৰৰ সহায়ত লালুকীৰ নেজত জালক (Capillary) নিৰীক্ষণ কৰি বৰ্ণনা কৰিছিল। এই জালকেই ধমনী আৰু সিৰাৰ মাজত সংযোগ স্থাপন কৰে বুলি তেওঁ ঠাৱৰ কৰিছিল। উইলিয়াম হাৰ্ভেৰ (William Harvey, 1578-1659] ৰক্তপৰিবহন তন্ত্ৰৰ বৰ্ণনা এই ধমনী-সিৰাৰ সংযোগ আৱিষ্কাৰে প্ৰমাদহীন বুলি প্ৰমাণ কৰিলে। এই সময়ৰ আগতে মাল্‌পিজিয়ে (Marcello Malpighi, 1628-94) লেন্সৰ সহায়ত বেঙৰ হাঁওফাঁওত এনে জালক থকা বুলি দেখুৱাইছিল। লিৱেনহকে জালকৰ উপৰিও ৰক্তকণিকা আৰু পেশীতত্ত্ব অণুবীক্ষণ যন্ত্ৰৰ সহায়ত অধ্যয়ন কৰিছিল। তেৰেঁই প্ৰথমে বীজাণু আৰু প্ৰটোজোৱা বৰ্ণনা কৰিছিল।

লিডেন শিক্ষা কেন্দ্ৰত কেবাজনো বিখ্যাত বিজ্ঞানীয়ে শিক্ষাদান কৰিছিল আৰু গৱেষণা চলাইছিল। তেওঁলোকৰ ভিতৰত চিলভিয়াচ (Franciscus Sylvius 1614-72), বিড্‌লু (Govert Bidloo, 1649-1713), পাও (Pieter Paaw, 1564-1617), ৰাইচ (Frederick Ruysch, 1638-1731) আৰু গ্ৰাফ (Graaf, 1641-73) আদি প্ৰধান।

পুৰণি অবৈজ্ঞানিক বিশ্বাসৰ গণ্ডীৰপৰা চিকিৎসক-সকলক মুক্তি কৰি আনোঁতে দৰ্শন, অংক-শাস্ত্ৰ, পদাৰ্থ বিজ্ঞান আৰু জ্যোতিষ শাস্ত্ৰ বিশাৰদসকলৰ অৰিহণা

লেখত লবলগীয়া। ইংলণ্ডৰ বেকন (Francis Bacon, 1561-1626) আৰু গিলবাৰ্ট (William Gilbert, 1540-1603), ফ্ৰাচীদেশৰ দেকাৰ্টচ (Ren'e Descartes, 1596-1650) আৰু ইটালীৰ গেলিলিওৰ (Galileo Galilei, 1564-1642) নাম বিশেষ উল্লেখযোগ্য। অন্ধবিশ্বাস পৰিত্যাগ কৰি সত্যৰ সন্ধানত আগবাঢ়িবলৈ এওঁলোকে নতুন পথৰ সন্ধান দিছিল। চিকিৎসাবিজ্ঞানীসকলে পুৰণি মতবাদক পৰিত্যাগ কৰি পৰীক্ষা-নিৰীক্ষাৰ মাজেৰে সত্যৰ অনুসন্ধানত আগ বাঢ়িছিল। এওঁলোকৰ ভিতৰত উইলিয়াম হাৰ্ভে [William Harvey, 1578-1657] হৈছে অন্যতম। এইসকলৰ নাম চিকিৎসা-বিজ্ঞানৰ ইতিহাসত সোণালী আখৰেৰে লিপিৱদ্ধ হৈ আছে। উইলিয়াম হাৰ্ভেই দেহীয় ৰক্তসংবহন তন্ত্ৰ আৱিষ্কাৰ কৰিছিল। তেওঁ দেখুৱাই দিছিল যে এই অন্ত্ৰৰ ভিতৰেদি চক্ৰীয় পথত ৰক্ত সঞ্চালিত হয়। তেওঁ অৱশ্যে ধমনী আৰু সিৰাৰ মাজত কেনেকৈ সংযোগ হয় তাক আৱিষ্কাৰ কৰা নাছিল। এই সংযোগ যে জালকৰ দ্বাৰা সাধিত হয় তাক মালপিজি আৰু লিওৱেনহকে দেখুৱাই দিছিল। তেওঁ ৪০ বছৰ কাল লুমলিয়ান (Lumleian) অধ্যাপক আছিল। এই অধ্যাপনাৰ নিয়ম অনুসৰি অধ্যাপকজনে প্ৰতিবছৰে ৫ দিনৰ ভিতৰত একোটাকৈ শৱ ব্যৱচ্ছেদন কৰিব লাগিছিল। সেই কাৰণে উইলিয়াম হাৰ্ভেই শাৰীৰ স্থান আৰু শাৰীৰৰ বৃত্তৰ বিষয়ে যথেষ্ট জ্ঞান আহৰণ কৰিব



পাৰিছিল। তেওঁৰ ৰক্তসংবহন তন্ত্ৰৰ বিবৰণ Demotu Cordiset Sanguinie নামৰ গ্ৰন্থত ১৬২৮ চনত প্ৰকাশ পাইছিল। ৰক্তসঞ্চালনৰদ্বাৰা শৰীৰত কি কাৰ্য সাধিত হয় তাক তেওঁৰ বিৱৰণত সঠিকভাৱে পোৱা নাযায়। ৰবাৰ্ট হুক (Robert Hooke, 1635-1703), ৰবাৰ্ট বয়ল (Robert Boyle, 1624-91), লোৱাৰ (Richard Lower, 1631-91), মেয়ো (John Mayow, 1643-73), এই চাৰিজন অক্সফোৰ্ডৰ বিজ্ঞানীয়ে ৰক্তই হাঁওফাওঁৰ মাধ্যমত বায়ুৰপৰা অম্লজান কাঢ়িয়াই নি শৰীৰত যোগান ধৰে বুলি প্ৰমাণ কৰিছিল। বলগোনাৰ মাৰ্লাপিজিয়ে জালক আৰু ছালৰ বিভিন্ন ভাগ বৰ্ণনা কৰিছিল। জৰ্জ জয়লিফে (George Joyliffe, 1621-58) প্ৰথমতে লছিকানলীৰ বিষয়ে কিছু বৰ্ণনা কৰিছিল; কিন্তু এই তন্ত্ৰৰ সবিশেষ বৰ্ণনা পোৱা যায় ক্ৰেমোনিয়াৰ গেছ্‌পাৰে আছেলি (Gaspare Aselli, 1581-1626) আৰু জিন পেকেৰ (Jean Pecquet) পৰা।

সপ্তদশ শতিকাত কেইখনমান বিজ্ঞান বিষয়ৰ গুৰুত্বপূৰ্ণ ছোছাইটি গঠিত হৈছিল। ৰয়েল ছোছাইটি (Royal Society) গঠিত হৈছিল ১৬৪৫ চনত ইংলণ্ডৰ গ্ৰেচাম কলেজত। ১৬০৩ চনত ৰোমত Accademia dei Lincei গঠিত হৈছিল। Academie des sciencesৰ জন্ম হৈছিল পেৰিছ নগৰত ১৬৬৬ চনত। ১৬৫২ চনত জাৰ্মানীত Collegium Naturae Curiosorum গঠিত

হৈছিল। এই সময়তে এডিনবাৰ্গ, লণ্ডন, পেৰিছ আদি চহৰত বোটানিকেল গাৰ্ডেন আৰু মিউজিয়ামৰ জন্ম হৈছিল। ইয়াৰ উপৰিও বৈজ্ঞানিক পত্ৰিকা প্ৰকাশ পাইছিল। চিকিৎসা বিষয়ৰ প্ৰথম পত্ৰিকা ওলায় ফৰাছী দেশৰপৰা (১৬৭৯-৮১)। মাতৃভাষাত (ফৰাছী) প্ৰকাশ পোৱা প্ৰথম বৈজ্ঞানিক পত্ৰিকা হৈছে Journal des Scavans ইংৰাজী ১৬৬৫ চনত। ইংলণ্ডত চিকিৎসা বিষয়ৰ প্ৰথম পত্ৰিকা হৈছে Medicina Curiosa ১৬৮৪ চনত। ৰয়েল ছোছাইটিৰ Philosophical Transactions বোলা পত্ৰিকাত সকলো দেশৰে বৈজ্ঞানিকৰ প্ৰবন্ধ প্ৰকাশ পাইছিল।

——

## অষ্টাদশ শতিকাৰ চিকিৎসা-বিজ্ঞান

সপ্তদশ শতিকাৰ নৱ জাগৰণৰ ফলত মানুহৰ মন মুক্ত হ'বলৈ ধৰিলে ; পৰীক্ষা পৰ্যবেক্ষণৰ মাধ্যমত জগতৰ বিবিধ সমস্যা সমাধান কৰিবলৈ মানুহ আগুৱান হল। বিজ্ঞানৰ ক্ষেত্ৰত এনে পদ্ধতিৰ ক্ৰিয়া-ক্ৰম বিশেষভাৱে পৰিলক্ষিত হৈছিল। জড়বিজ্ঞানীসকলে গৱেষণাৰ কাৰণে যথেষ্ট আহৰি সময় পাইছিল আৰু গৱেষণা পৰীক্ষা কাৰ্যত মনোনিৱেশ কৰিবলৈ সুবিধা হৈছিল। এনে কাৰ্যৰ একাগ্ৰতীয়া গৱেষণাৰ ফলত অসংখ্য প্ৰদত্তক (data) পোৱা হৈছিল ; কিন্তু এই প্ৰদত্তকবোৰৰ ভিতৰত কোনটো মুখ্য আৰু কোনটো গৌণ তাক বহু সময়লৈকে ঠাৱৰ হোৱা নাছিল, এটা স্থিৰিৰ অৱস্থাৰ উপক্ৰম হৈছিল। ফলত এটা দিশহীন অৱস্থাৰ সৃষ্টি হৈছিল। এনে অৱস্থাত প্ৰসিদ্ধ বিজ্ঞানী নিউটনে এই প্ৰদত্তকবোৰৰ মাজত এটা সাধাৰণ সূত্ৰৰ সন্ধেদ দিছিল। নিউটনৰ এনে উদ্ভাৱনৰ ফলত জড়বিজ্ঞানত স্থিৰিৰতা আঁতৰিল আৰু এই বিজ্ঞান ক্ৰমে অগ্ৰসৰ হ'বলৈ ধৰিলে। কিন্তু জীৱবিজ্ঞানৰ বেলিকা

ইয়াৰ ব্যতিক্ৰম ঘটিছিল। নিউটনৰ পৰ্যায়ৰ এনে কোনো বিজ্ঞানী জীৱবিজ্ঞান বিষয়ত আবিৰ্ভাৱ হোৱা নাছিল; সেয়েহে পৰীক্ষা-গৱেষণাৰপৰা পোৱা প্ৰদত্তকসমূহৰ পৰা শুদ্ধ পথৰ সন্ধান পোৱাতকৈ ইবোৰে জীৱবিজ্ঞানীসকলক আউলহে লগাই দিছিল। অষ্টাদশ শতিকাৰ প্ৰথমাৰ্ধত জীৱবিজ্ঞানত এটা স্থৱিৰ অৱস্থাৰ সৃষ্টি হৈছিল। এই দিশহীন স্থৱিৰ অৱস্থাৰ কাৰণসমূহ বিচাৰ্যৰ বিষয়।

চিকিৎসা-বিজ্ঞানৰ মুখ্য উদ্দেশ্য হৈছে মানুহক স্বাস্থ্যবান কৰা। শৰীৰৰ যন্ত্ৰ-তন্ত্ৰসমূহৰ স্থান আৰু সিহঁতৰ ক্ৰিয়া, ৰোগৰ বিভিন্ন লক্ষণসমূহক কোনো পদ্ধতিত শৃংখলাবদ্ধ কৰা অৰ্থাৎ ৰোগৰ নামকৰণ কৰা, শৰীৰৰ বিকৃত অৱস্থা আৰু ৰোগৰ লক্ষণসমূহৰ মাজত সমন্বয় অনা, পৰীক্ষা পৰ্যবেক্ষণৰ কাৰণে যথেষ্ট সময়, অৰ্হতাসম্পন্ন বিজ্ঞানীৰ আবিৰ্ভাৱ আৰু তেওঁলোকৰ আহৰি সময়, মুখ্য আৰু গৌণ প্ৰদত্তকসমূহৰ বিশ্লেষণ আৰু মূল্যাংকন—এই সকলোবোৰৰ সমষ্টিয়ে দিশহীন খেলিমেলিৰ মাজৰপৰা শুদ্ধপথ দেখুৱাই দিয়াত বিজ্ঞানীসকলক সহায় কৰে। ইয়াৰ উপৰিও চিকিৎসা-বিজ্ঞান হৈছে এবিধ সামাজিক বিজ্ঞান। অনুসন্ধান সম্বন্ধীয় কাৰ্যত চিকিৎসক আৰু জনসাধাৰণৰ মাজত আৰু চিকিৎসকসকলৰ নিজৰ মাজত এটা সহানুভূতিশীল বুজাবুজিৰ পৰিৱেশৰ প্ৰয়োজন। অষ্টাদশ শতিকাৰ প্ৰথমছোৱাত এইবোৰৰ অভাৱ বিশেষভাৱে পৰিলক্ষিত হৈছিল।



চিকিৎসা-বিজ্ঞানত সেই সময়ত বহুতো খেলিমেলিৰ সৃষ্টি হৈছিল। সেই সময়ত আধিদৈৱিক, যাদু আৰু সন্মোহন বিদ্যাৰ প্ৰচলন আছিল আৰু তাৰ লগতে যুক্তিবাদ (Rationalism) আৰু অভিজ্ঞতাবাদ (Empericism) এই দুয়োটা মতবাদতেই চিকিৎসা চলিছিল।

অষ্টাদশ শতিকাত অবৈজ্ঞানিক পদ্ধতিত চিকিৎসাৰ প্ৰচলন চলি আছিল; আনকি সপ্তদশ শতিকাত হোৱা প্ৰচলনতকৈ অষ্টাদশ শতিকাত ইয়াৰ প্ৰচলন বেছি হৈছিল। ডাঃ মেছমেৰে (Franz Anton Mesmer. 1734-1815) ভিয়েনাত শিক্ষা সাং কৰি পেৰিছত চিকিৎসা কৰিবলৈ ধৰিছিল। তেওঁ সন্মোহন বিদ্যা আৰু আধিভৌতিক ব্যৱস্থাৰ ওপৰত নিৰ্ভৰ কৰিছিল। তেওঁ প্ৰচাৰ কৰিছিল যে ৰাজস্পৰ্শৰদৰে তেওঁ হাতেৰে স্পৰ্শ কৰি ৰোগীক সুস্থ কৰিব পাৰে। জন ইলিয়টছন (John Elliotson, 1791-1868) লণ্ডন বিশ্ববিদ্যালয়ৰ চিকিৎসা বিষয়ৰ অধ্যাপক আছিল; তেওঁ সন্মোহন বিদ্যাৰ সহায়ত চিকিৎসা কৰিছিল। অস্ত্ৰ চিকিৎসাৰ বিষ-বেদনা সন্মোহন শক্তিৰ উপশম কৰিছিল। এই মতবাদৰ কাৰণে তেওঁ ১৮৩৮ চনত অৱসৰ ল'বলগীয়াত পৰিছিল। এডিনবাৰ্গৰ জেমচ গ্ৰেহামে ১৭৮০ চনত লণ্ডনত স্বাস্থ্য মন্দিৰ (Temple of Health) স্থাপন কৰিছিল। আমেৰিকাত ডাঃ পাৰ্কিন্‌চে (Elisha Perkins) এডোখৰ পাথৰ লগাই দি শৰীৰৰপৰা ৰোগ উলিয়াই আনি চিকিৎসা

কৰিছিল ; এনে পাথৰৰ টুকুৰাবোৰ যোৱে ৫ গিনিত বিক্ৰী হৈছিল। ৰাণী এনিৰ চকু-চিকিৎসক আছিল উইলিয়াম ৰিড (Willliam Read) নামৰ এজন দৰ্জী ; তেওঁৰ কামত সন্তুষ্ট হৈ ৰাণীয়ে তেওঁক নাইট (Knight) খিতাপী দিছিল। ডাঃ গলে (F.J. Gall, 1758-1828) ৰোগীৰ গঢ় দেখি আৰু মূৰ পৰীক্ষা কৰিয়েই ৰোগৰ বিষয়ে মতামত দিছিল। এনেকৈয়ে ইউৰোপ, আমেৰিকা, ইংলণ্ড, স্কটলেণ্ড আদিৰ বহুতো লোকে আনকি বিজ্ঞানীয়েও যাদু, সম্মোহন, আধিদৈহিক শক্তি আদিৰ সহায়ত ৰোগী চিকিৎসা কৰিছিল।

যুক্তি (Rationalist) আৰু অভিজ্ঞতা (Empericism) এই দুই মতবাদী দুইগোষ্ঠীৰ লোকৰ মাজত বুজাবুজিৰ সন্দৰ্ভত বহুতো অন্তৰায় আছিল ; কিন্তু কোনো গোষ্ঠীয়ে যেতিয়া নিজৰ মতবাদেৰে কোনো এটা সমস্যাৰ সমাধান কৰিব নোৱাৰিছিল, তেতিয়া আনটো মতবাদৰ শৰণাপন্ন হোৱা দেখা গৈছিল। যেনে— অভিজ্ঞতাবাদীয়ে পৰীক্ষা-নিৰীক্ষা কৰি কোনো এটা বিষয়ৰ আংশিক প্ৰমাণ কৰিও সম্পূৰ্ণভাৱে যুক্তিবাদীৰ সমালোচনাৰ যথাযথ উত্তৰ দিব নোৱাৰিলে যুক্তিতত্ত্বৰ আশ্ৰয় লৈছিল। অভিজ্ঞতাবাদী উইলিয়াম হাৰ্ভেই ৰক্ত সঞ্চালনৰ চক্ৰ আৱিষ্কাৰ কৰিও হৃৎপিণ্ডৰ ক্ৰিয়া এটা শক্তিৰ অধীনস্থ বুলি বিশ্বাস কৰিছিল হালে (Halle) বিশ্ববিদ্যালয়ৰ ভেষজ-বিজ্ঞানৰ অধ্যাপক ষ্টলে (George Ernest Stahl 1660—1734) বিশ্বাস কৰিছিল যে শৰীৰ



হৈছে আত্মাৰ (Anima) আবাস স্থান ; আত্মা নাথাকিলে শৰীৰ ধ্বংসপ্ৰাপ্ত হয় বা মানুহৰ মৃত্যু হয়। সেই বিশ্ববিদ্যালয়ৰ আন এজন অধ্যাপক ডাঃ হফমেনে (Friedrich Hoffmann, 1660—1742) ভাবিছিল যে সমগ্ৰ বিশ্বতেই এটা জীৱনী শক্তিৰ সোঁত প্ৰৱাহমান। এই শক্তিৰ আধিক্যৰ (Tonus) ফলত তীব্ৰ ৰোগৰ উৎপত্তি হয়। ইয়াৰ চিকিৎসা হয় ক্লান্তিদায়ক (Sedative) ঔষধৰদ্বাৰা ; সঞ্চিত ৰোগৰ কাৰণ হৈছে এই শক্তিৰ অভাৱ আৰু এই ৰোগৰ চিকিৎসা হয় উত্তেজক (Tonic) দৰৱৰদ্বাৰা। ব্ৰুণোনিয়ান (Brunonian) মত প্ৰচলন কৰে এডিনবাৰ্গৰ জন ব্ৰাউনে (John Brown, 1735,88)। এই মতৰ মূল হৈছে এই যে অবিচ্ছেদ্য উত্তেজনাৰ ফলত শৰীৰ সুস্থভাৱে ক্ৰিয়াশীল হয়। শীত, তাপ, আহাৰ, শৰীৰ আৰু মানসিক শ্ৰম, অনুভূতি আদিয়েই উত্তেজনাৰ কাৰণ। এই উত্তেজনা বিকৃত হ'লে ৰোগৰ উৎপত্তি হয়। এনে ৰোগৰ চিকিৎসা কৰিবলৈ হ'লে দৰৱৰ ডাঙৰ লডাৰ প্ৰয়োজন। এই মতবাদ ইউৰোপ মহাদেশত প্ৰচলিত হৈছিল আৰু এই মতবাদী লোকসকলৰ লগত আন মতবাদী লোকসকলৰ-সৈতে সংঘৰ্ষ ঘটিছিল। গটিনজেন (Gottingen) বিশ্ববিদ্যালয়ত সংঘটিত এনে এটা সংঘৰ্ষ দমন কৰিবলৈ সৈন্য বাহিনীৰ সহায় ল'বলগীয়া হৈছিল। আনহাতে জাৰ্মানীৰ হানিম্যানে (Samuel Hahnemann, 1755—

1843) তেওঁৰ হোমিওপেথিক চিকিৎসাৰ প্ৰচলন কৰিছিল। এই চিকিৎসাৰ মূল ভিত্তি হৈছে এই যে সুস্থ অৱস্থাত খালে যি দ্ৰব্যই কোনো বিশেষ বিশেষ লক্ষণৰাশি জন্মায়, সেই লক্ষণৰাশিযুক্ত ৰোগ চিকিৎসাৰ কাৰণে সেই বিশেষ দ্ৰব্যবহে প্ৰয়োজন; আৰু দৰবৰ মাত্ৰা যিমানেই ক্ষুদ্ৰ হয় সিমানেই ই শক্তিশালী হয়। এই চিকিৎসা পদ্ধতিত কম-বেছি পৰিমাণে এতিয়াও মানুহে বিশ্বাস কৰে।

লিডেন চিকিৎসা বিদ্যালয়ৰ অধ্যাপক বোৰহাভ (Hermann Boerhaave, 1668-1738) চিকিৎসা-জগতৰ এজন ভোটা-তৰা আছিল। আমেৰিকা, ইউৰোপ সকলো ঠাইৰপৰা শিক্ষাৰ্থীসকল তেওঁৰপৰা শিক্ষা ল'বলৈ আহিছিল। তেওঁ হিপোক্ৰেটিছৰ পদ্ধতিৰ দৰে সমুখত ৰোগী ৰাখি ৰোগীৰ লক্ষণসমূহ শিক্ষাৰ্থীসকলক দেখুৱাই দি শিক্ষাদান কৰিছিল। তেওঁৰ শিক্ষা প্ৰধানকৈ অভিজ্ঞতা-সাপেক্ষ আছিল, যুক্তিসাপেক্ষ নাছিল। লিডেন স্কুলৰ প্ৰধান আকৰ্ষণ আছিল বোৰহাভ আৰু ইয়াতে শিক্ষা-লাভ কৰি বিজ্ঞানীসকলে এডিনবাৰ্গ, গ্লাছ্‌গো, ভিয়েনা, ফিলাডেলফিয়া আদি ঠাইত প্ৰসিদ্ধি লাভ কৰি চিকিৎসা-কেন্দ্ৰ স্থাপন কৰিছিল আৰু চিকিৎসা-বিজ্ঞানৰ উন্নতি সাধনত ৰত থাকি বিশেষ অৰিহণা যোগাইছিল। ডাঃ কুলেনে (William Cullen, 1710-90) গ্লাছগো চিকিৎসা বিদ্যালয় স্থাপন কৰিছিল আৰু তাৰ অধ্যাপক পদত অধিষ্ঠিত আছিল।



তেৰোঁ এজন প্ৰখ্যাত চিকিৎসক আছিল আৰু ৰোগীৰ মাধ্যমত শিক্ষাদান কৰিছিল। এওঁৰ পিছত এডিনবাৰ্গৰ জন গ্ৰেগৰি (John Gregory, 1724-73) গ্লাছ্‌গো চিকিৎসা বিদ্যালয়ৰ অধ্যাপক নিযুক্ত হৈছিল আৰু খ্যাতি অৰ্জন কৰিছিল। ছুইজাৰলেণ্ডৰ খ্যাতনামা চিকিৎসক হেলাৰ (Albrecht von Haller, 1721-74) আৰু চুয়েটেন (Gerhard van Swieten, 1700-72) অধ্যাপক বোৰহাভৰ ছাত্ৰ আছিল; তেওঁলোক ভিয়েনা চিকিৎসা বিদ্যালয় স্থাপন আৰু ইয়াৰ খ্যাতিৰ প্ৰধান কাৰণ।

ৰয়েল কলেজ অৱ ফিজিছিয়ানছ্, এডিনবাৰ্গ (Royal College of Physicians, Edinburgh) ১৬৮১ চনত স্থাপিত হৈছিল আৰু ইয়াৰ স্থাপনকৰ্তা আছিল ছাৰ ৰবাৰ্ট ছিবাল্ড (Sir Robert Sibbald, 1641-1722)। তেওঁ লিডেনত শিক্ষা সাং কৰি এডিনবাৰ্গত চিকিৎসা-কেন্দ্ৰ স্থাপন কৰিছিল। তেওঁ হিপোক্ৰেটিছৰ পদ্ধতিত শিক্ষা দান কৰিছিল। সেই সময়ত এডিনবাৰ্গৰ আন কেইজন বিখ্যাত চিকিৎসক আছিল হলকেট (James Halket), পিটকেয়াৰ্ণ (Archibald Pitcairne. 1652-1732) আৰু মনৰো (Alexander Monro 1697-1767)। ডাঃ পিটকেয়াৰ্ণ আৰু ডাঃ মনৰোৰ যত্নত এডিনবাৰ্গ চিকিৎসা বিদ্যালয় স্থাপিত হৈছিল। আলেকজেণ্ডাৰ (Primus) শাৰীৰস্থান বিষয়ৰ অধ্যাপক আছিল। তেওঁৰ তত্ত্বাৱধানত ব্যৱচ্ছেদনৰ

কাৰণে শৱ কাঢ়ি, থপিয়াই, যোগাৰ কৰা হৈছিল। জনসাধাৰণে তেওঁৰ বিৰুদ্ধে সমদল উলিয়াইছিল। আনকি তেওঁৰ ছাত্ৰ আৰু মৃতকৰ বন্ধু-বান্ধৱৰ মাজত কাজিয়াৰ সৃষ্টি হৈছিল। নিজৰ জীৱন ৰক্ষাৰ কাৰণে তেওঁ বিশ্ববিদ্যালয়ৰ টোলৰ ভিতৰত আশ্ৰয় ল'বলগীয়া হৈছিল। বোৰহাভৰ পিছত অষ্টাদশ শতিকাৰ শেষৰ ফালে লিডেনৰপৰা চিকিৎসা-শাস্ত্ৰৰ প্ৰাধান্য এডিনবাৰ্গলৈ স্থানান্তৰিত হয়। এডিনবাৰ্গৰ চিকিৎসা অনুষ্ঠানৰ আন আন বিখ্যাত চিকিৎসকসকল আছিল— বেন্‌জামিন বেল (Benjamin Bell, 1749-1806), ফ্ৰান্সিছ হোম (Francis Home 1719-1813), ৰবাৰ্ট হ্বাইট্ (Robert Whytt, 1714-66),উইলিয়াম কুলেন(William Cullen, 1710-90), জন গ্ৰেগৰি (John Gregory, 1724-73), জেমছ্ হেমিল্টন (James Hamilton) আৰু জেমছ লিণ্ড (James Lind, 1716-94)। ডাঃ লিণ্ডে জাহাজৰ নাৱিকসকল আক্ৰান্ত হোৱা স্কাৰ্ভিৰোগৰ কাৰণ আৰু তাৰ নিবাৰণৰ উপায় আৱিষ্কাৰ কৰিছিল। লণ্ডনৰ বিখ্যাত চিকিৎসকসকল আছিল চেছেলডেন (William Cheseldon, 1688-1752), পট (Percival Pott, 1714 88), জন হাণ্টাৰ (John Hunter, 1728-93), ৰেডক্লিফ (John Radcliff 1650-1714), মিড (Richard Mead, 1673-1754), ফ'দাৰগিল (John Fothergill, 1712-80), লেটছম (John C. Lettisom, 1744-1815), বেইলি



(Matthew Baillie, 1761-1823), উইদাৰিং (William Withering 1741-79), হেবাৰদেন (William Heberden, 1710 1801) আদি।

অষ্টাদশ শতিকাৰ আগলৈকে তিৰোতাৰ প্ৰসৱ সম্বন্ধীয় সকলো বিষয়ৰ তত্ত্বাৱধান লৈছিল ধাত্ৰীসকলে। এই ধাত্ৰীসকলৰ প্ৰসৱ বিজ্ঞানৰ কোনো জ্ঞান নাছিল। এই শতিকাত শিক্ষিত পুৰুষ মানুহে এই বিজ্ঞান চৰ্চা কৰিবলৈ ধৰিলে; তেওঁলোকক 'পুৰুষ-ধাত্ৰী' বোলা হৈছিল। জনসাধাৰণে ১৮০০ চনলৈকে পুৰুষ-ধাত্ৰীৰ প্ৰতি বিৰূপ ভাব পোষণ কৰিছিল। তেওঁলোক সেয়েহে জনপ্ৰিয় নাছিল। ইংলণ্ডত উলিয়াম হাৰ্ভেই ১৬৫১ চনত এই বিষয়ত প্ৰথম গ্ৰন্থ ৰচনা কৰিছিল। ডাবলিনত স্ত্ৰীৰোগ আৰু ধাত্ৰীবিদ্যাৰ স্কুল স্থাপনৰ প্ৰধানজন কৰ্তা আছিল ফিল্‌ডিং অ'ল্ড্ (Fielding Ould, born 1710), ইংলণ্ডৰ বিখ্যাত স্ত্ৰীৰোগ-ধাত্ৰীবিদ্যা বিশাৰদ আছিল স্মেলি (William Smellie. 1697-1763), পিটাৰ চেম্বাৰলেইন (Peter Chamberlain 1560-1631)। প্ৰসৱৰ কাৰণে ফৰছেপ্‌ছ বা চেপেনা (Forceps) আৱিষ্কাৰ কৰিছিল যদিও স্মেলি এই বিষয়ত পাৰ্গত নাছিল। ৰোগী বা জনসাধাৰণ কোনেও প্ৰসৱৰ কাৰণে চেপেনা ব্যৱহাৰ কৰা পছন্দ নকৰিছিল; সেই কাৰণে আনে নজনাকৈ কোঠাৰ ভিতৰত স্মেলিয়ে ফৰছেপছ্ ব্যৱহাৰ কৰিছিল। ইয়াক ব্যৱহাৰ

কৰোঁতে যাতে কোনো শব্দ নহয় তাৰ কাৰণে চেপেনা প্ৰথমতে কাঠেৰে তৈয়াৰ কৰা হৈছিল; পিছত ৰবৰ মেৰিয়াই লোৱা হৈছিল। এই পৰিয়ালৰ সাতজন চিকিৎসকেই চেপেনাৰ ব্যৱহাৰ আৰু আৱিষ্কাৰ পৰম্পৰাভাৱে লুকাই ৰাখিছিল; শেহৰজন ডাঃ হিউজ চেম্বাৰলেনৰ সন্তান হান হৈ ১৭২৮ চনত মৃত্যু ঘটিছিল। তেতিয়াৰপৰাহে এই চেপেনাৰ প্ৰচলন জনাজাত হ'বলৈ ধৰিলে। ফ'দাৰগিল (John Fothergill, 1712—80) আৰু ধেটৰ পেলফিন (Jean Palfyn, 1650—1730) আন দুজন বিখ্যাত স্ত্ৰীৰোগ বিশেষজ্ঞ আছিল। জন হাণ্টাৰৰ (John Hunter, 1728—93) জন্ম হৈছিল গ্লাছগো চহৰৰ ওচৰত। তেওঁ এজন বিখ্যাত শাৰীৰস্থানবিদ (anatomist) আৰু অস্ত্ৰ-চিকিৎসক আছিল। তেওঁ মৌমাখিৰ পৰা মানুহৰ শৰলৈকে বহুতো পশু-পক্ষী আৰু মানুহৰ শব-ব্যৱচ্ছেদন কৰিছিল। তুলনামূলক শাৰীৰস্থান বিজ্ঞানত তেওঁৰ অৱদান অতি উচ্চখাপৰ। ৰয়েল কলেজ অব্ ছাৰ্জনৰ প্ৰদৰ্শনশালাত সংৰক্ষিত ১৩৬০০ টা ব্যৱচ্ছেদন কৰা নমুনা তেওঁৰ অধ্যৱসায়ৰ ফল। তেওঁ এই নমুনাবোৰ নিখুঁতভাৱে চৰ্চা কৰিছিল। তেওঁ এজন উচ্চস্তৰৰ গৱেষক আছিল আৰু নিজৰ গাত গৰ্মি (Gonorrhoea) আৰু উপদংশ (Syphilis) ৰোগৰ বীজাণু সুমুৱাই দি ৰোগৰ লক্ষণসমূহ অধ্যয়ন কৰিছিল। তেওঁৰ তত্বাৱধানত



বহু বিজ্ঞানীয়ে গৱেষণা কৰিছিল। তেওঁ যুক্তিবাদতকৈ পৰীক্ষা-নিৰীক্ষাৰ ওপৰত বেছি মূল্য দিছিল। কোনো এটা গৱেষণা কাৰ্যত তেওঁ ডাঃ জেনাৰক চিন্তা-বিবেচনা কৰি থকাতকৈ পৰীক্ষা কাৰ্যত আগুৱাই যাবলৈ উপদেশ দিছিল—"Why think? Why not try to experiment?" শল্যবিদ্যাৰ বিকৃত বিজ্ঞানৰ (Surgical pathology) পথপদৰ্শক আৰু ইয়াৰ স্থাপনকৰ্তা হিচাপে ডাঃ হাণ্টাৰৰ নাম জিলিকি থাকিব। আগেয়ে মানুহে এনে এটা মত পোষণ কৰিছিল যে অস্ত্ৰচিকিৎসা এটা হাতৰ কৌশলৰ কলা মাথোন। ইয়াত কোনো বিজ্ঞানৰ ৰেখ নাই; কিন্তু ডাঃ হাণ্টাৰে অস্ত্ৰচিকিৎসাক এটা বৈজ্ঞানিক চিকিৎসা পদ্ধতি বুলি প্ৰমাণ কৰিলে আৰু এনে ভিত্তিত স্থাপন কৰিলে। ইংলণ্ডৰ এবাৰনেথি (John Abernethy, 1764-1831) আৰু কুপাৰ (Astley Paston Cooper, 1708-1841) দুজন প্ৰসিদ্ধ শল্য চিকিৎসক আছিল। আমেৰিকাৰ ফিলিপ ছিং ফাইছিক (Philip Sying Physick, 1768-1837) এজন বিখ্যাত শল্যচিকিৎসক আছিল; তেওঁ হাণ্টাৰৰ ছাত্ৰ আছিল। তেওঁক আমেৰিকাৰ শল্যচিকিৎসাৰ পিতৃ আখ্যা দিয়া হয়। অষ্টাদশ শতিকাত আন কেইগৰাকীমান খ্যাতনামা অস্ত্ৰচিকিৎসক আছিল পাভিয়াৰ স্কাৰ্পা [Antonio Scarpa, 1752-1832], নেপোলছৰ কণ্টুগ্নো (Domer-

ico Cotugno, 1736-1822), বলোনাৰ ভালছালভা Antonio Valsalva, 1666-1723), জাৰ্মানীৰ হেইষ্টাৰ (Loren Heister, 1683-1758), ফৰাছীৰ পেটিট (Jean Louis Petit 1674-1750), চোপাৰ্ট (Francois Chopart 1743-95) আৰু ডেছল্ট (Pierre Joseph Desault, 1744-95)।

ডাঃ জন ফদাৰগিল (1712-80) লণ্ডনৰ এজন নামজ্বলা চিকিৎসক আছিল। তেওঁৰ উদ্ভিদ বিজ্ঞানৰ প্ৰতি বিশেষ বাপ আছিল। তেওঁ নানা ধৰণৰ গছ-গছনি ৰোপন কৰি উদ্ভিদউদ্যান স্থাপন কৰিছিল। তেওঁ দ্ৰব্যগুণ বিষয়ৰ বিশেষজ্ঞ আছিল। মানসিক ৰোগগ্ৰস্ত ৰোগীৰ কাৰণে প্ৰথম বৈজ্ঞানিক চিকিৎসাৰ ব্যৱস্থা কৰিছিল উইলিয়াম টিউকে (William Tuke)। ইয়াৰ আগেয়ে এনে ৰোগীসকলক শিকলিৰে বান্ধি কাৰাগাৰত আৱদ্ধ কৰি ৰখা হৈছিল। জন মৰগেন্ (John Morgan, 1735-89) আমেৰিকাৰ এজন অগ্ৰগণী চিকিৎসক আছিল। তেওঁ পেন্‌ছিলভেনিয়া চিকিৎসাবিদ্যালয় স্থাপন কৰিছিল। চিপেন (William Shippen, 1736-1808) আৰু ৰাচ (Benjamin Rush, 1745-1813) এডিনবাৰ্গ চিকিৎসা বিদ্যালয়ত শিক্ষাপ্ৰাপ্ত দুজন প্ৰসিদ্ধ মানসিক বিকাৰগ্ৰস্ত ৰোগীৰ চিকিৎসক আছিল। ডাঃ ৰাচক আমেৰিকাৰ ছিডেনহাম



বোলা হয়। ডাঃ হেবাৰডেন (William Haberden, 1710-1801) লণ্ডনৰ এজন প্ৰসিদ্ধ চিকিৎসক আছিল। তেওঁ বিশেষ যত্নেৰে ৰোগী পৰীক্ষা কৰি ৰোগৰ টোকা লিখি ৰাখিছিল; তেওঁৰ মৃত্যুৰ পিছত সেই টোকাবোৰ গ্ৰন্থৰ আকাৰত ছপোৱা হৈছিল। ডাঃ উইদাৰিঙে (William Withering, 1741-79) কোনো চাকৰি নকৰি স্বাধীনভাৱে চিকিৎসা কৰিছিল। তেওঁ উখহা ৰোগত ফক্সগ্লোভ (Foxglove) গছৰ পাতৰ ৰস ব্যৱহাৰ কৰি সুফল পাইছিল আৰু সেয়েহে এই বিষয়ে অধ্যয়ন কৰি এটা বিৱৰণী ছপাই উলিয়াইছিল। হৃৎপিণ্ডৰ বিকলতাত ইয়াৰ (Digoxin) ব্যৱহাৰ এতিয়াও চলি আছে।

ৰোগাক্ৰান্ত মানুহৰ শৰীৰৰ যন্ত্ৰ-তন্ত্ৰসমূহত নানা ধৰণৰ পৰিৱৰ্তন ঘটে; তাৰ ফলত মানুহে বহু কষ্ট ভোগ কৰে আৰু শৰীৰত বিভিন্ন লক্ষণ পৰিলক্ষিত হয়। এই পৰিৱৰ্তন আৰু লক্ষণবোৰৰ মাজত এটা সম্বন্ধ আছে। এই সম্বন্ধৰ বিষয়ে উপলব্ধি কৰিব পাৰিলেহে একোটা ৰোগ নিৰ্ণয় কৰিব পৰা যায় আৰু চিকিৎসা পদ্ধতি সুগম হয়। এই সম্বন্ধৰ বিষয়টো অজ্ঞাত থকাৰ কাৰণে যুক্তিবাদী আৰু অভিজ্ঞতাবাদীসকলৰ মাজৰ সম্পৰ্ক অসুস্থ হৈছিল। বিকৃত বিজ্ঞান বা পেথ'লজি [Pathology] বিষয়ৰ পথ-প্ৰদৰ্শক আছিল পাদুৱাৰ গিওভানি বেটিষ্টা মৰগেগ্‌নি

[Giovanni Battista Morgagni, 1682-1771)। তেওঁ মৰণোত্তৰ পৰীক্ষা কৰি বিভিন্ন ৰোগৰপৰা শৰীৰত ঘটা বিৰৰ্তন আৰু ৰোগীৰ লক্ষণসমূহৰ কাৰণ নিৰ্ণয় কৰিবলৈ যত্ন কৰিছিল। সেই সময়ৰ আন দুজন বিকৃত বিজ্ঞানৰ বিজ্ঞানী আছিল পেৰিছৰ বিকাট (Francois Xavier Bichat, 1771– 1802) আৰু ইংলণ্ডৰ বেইলি (Matthew Baillie 1761–1823)।

বিজ্ঞানী আৰু জনসাধাৰণৰ মুখ্য উদ্দেশ্য হৈছে ৰোগৰপৰা মুক্তি পোৱা আৰু ৰোগাক্ৰান্ত নোহোৱা। সুস্থ ব্যক্তিৰে সমাজ গঢ়িবলৈ আৰু ব্যক্তিক ৰোগমুক্তকৈ ৰাখিবলৈ হ'লে সমাজ আৰু ব্যক্তি পৰস্পৰে পৰস্পৰৰ ওপৰত নিৰ্ভৰশীল ; এই কথা কিছুমান জ্ঞানীলোকে বুজিবলৈ ধৰিলে। মডেনা আৰু পাডুৱাৰ অধ্যাপকে ৰমাজিনিয়ে (Bernardo Ramazzini 1633-1714) বিশেষ যত্ন সহকাৰে বৃত্তিজাত (Occupational) ৰোগ নিবাৰণৰ বিষয়ে চৰ্চা কৰি এখন গ্ৰন্থ ৰচনা কৰিছিল। পভিয়া আৰু ভিয়েনাৰ বিখ্যাত চিকিৎসক পিটাৰ ফ্ৰেংকে (John Peter Frank, 1745-1821) ৰোগৰ নিবাৰণৰ বিষয়ে বিশেষ যত্ন কৰি এখন আইন প্ৰণয়ন কৰিছিল। তেওঁ স্বাস্থ্য নীতিৰ বিষয়ে মূল্যবান গ্ৰন্থ ৰচনা কৰিছিল। হেলছ্ [Stephen Hales, 1677-1761], ব্লাক [Joseph Black, 1728-99], প্ৰিষ্টলি [Joseph Priestley, 1733-1804] লভইছিয়াৰ[Antoine



Laurent Lavoisier 1743-94] আদি বিজ্ঞানীসকলে স্বাস্থ্য বিজ্ঞানৰ উন্নতিকল্পে বিশেষ অৰিহণা যোগাইছিল।

ৰোগ প্ৰতিষেধনৰ ক্ষেত্ৰত বসন্ত ৰোগৰ প্ৰতিষেধক ছিটাৰ অৰিহণা বিশেষভাৱে উল্লেখযোগ্য। সেই সময়ত বসন্তৰোগে বিভিন্ন দেশত বহু মানুহৰ মৃত্যু ঘটাইছিল আৰু জনসাধাৰণে এই ৰোগক বৰ ভয় কৰিছিল। চীন আৰু ভাৰতবৰ্ষত পুৰণিকালৰ পৰাই বসন্ত ৰোগৰ গুটিৰ বিভিন্ন পদাৰ্থৰ সহায়ত ৰোগ নিবাৰণৰ প্ৰচেষ্টা চলোৱা হৈছিল। চীনদেশত বসন্ত ৰোগৰ গুটিৰ শুকান চোকোৱাৰ গুড়ি নাকেৰে সুমুৱাই দি প্ৰতিৰোধৰ ব্যৱস্থাৰ প্ৰচলন কৰা হৈছিল। তুৰস্কৰ বৃটীছ ৰাজদূতৰ পৰিবাৰ লেডি মেৰি ওৰ্টলি মন্টেগুৱে (Lady Mary Wortley Montagu) এনে ব্যৱস্থাৰপৰা সুফল পোৱা দেখি তেনে ব্যৱস্থা ১৭১৭ চনত ইংলণ্ডত প্ৰচলন কৰিছিল। অষ্টাদশ শতিকাৰ প্ৰথম ভাগত ইউৰোপতো ইমানুৱেল টিমোনিৰ (Emmanuel Timmoni) দ্বাৰা এই ব্যৱস্থাৰ প্ৰচলন কৰা হৈছিল। হাতত এটা আঁচোৰ মাৰি তাৰ ওপৰেৰে বসন্ত গুটিৰ জুলীয়া পদাৰ্থত তিয়াই লোৱা ৰচী এডাল টানি নিয়া হৈছিল। এনে পদ্ধতিৰ পৰা মানুহৰ গাত বসন্ত ৰোগৰ প্ৰতিষেধক শক্তি জন্মিছিল ; কিন্তু বহুক্ষেত্ৰত শৰীৰত অনিষ্টকৰ প্ৰতিক্ৰিয়াও হৈছিল। টমাছ ডিমছ্‌ডেলে (Thomas Dimsdale 1712-1800) এই পদ্ধতিত বিশেষ পাৰ্গতালি অৰ্জন কৰিছিল ;

ৰাছিয়াৰ সম্ৰাজ্ঞী কেথেৰিণে (Empress Catherine) ৰাজপৰিয়ালৰ লোকক ছিটা দিবৰ কাৰণে তেওঁক ছেণ্ট্ পিটাৰছ্বাৰ্গলৈ নিয়াইছিল। ডাঃ এডৱাৰ্ড জেনাৰে (Edward Jenner, 1749-1823) স্বাধীনভাৱে বাৰ্কলেত (Berkley) চিকিৎসা কৰিছিল। "মোৰ বসন্তৰোগ হ'ব নোৱাৰে কাৰণ মোৰ শৰীৰত গৰুৰ বসন্ত হৈছে" এনে এটা কথা এগৰাকী গোৱালনীৰ পৰা তেওঁ শুনিবলৈ পাইছিল। এই কথাৰ ওপৰত ভিত্তি কৰিয়েই তেওঁ বিশেষ বিবেচনা কৰি কুৰি বছৰৰ পিছত ১৭৯৬ চনৰ ১৪ মে' তাৰিখে ছাৰা নেমিছ (Sarah Nelmes) নামৰ এগৰাকী গোৱালনীৰ হাতৰ-পৰা গো-বসন্তৰ বীজ আনি আঠবছৰীয়া জেম্ছ ফিপছ্ (James Phipps) নামৰ ল'ৰা এজনৰ শৰীৰত সুমুৱাই দিছিল আৰু তাৰ দুমাহৰ পিছত সেই ল'ৰাটোৰ গাত বসন্ত ৰোগৰ বীজাণু সুমুৱাই দিয়া হৈছিল। লৰাজন বসন্ত ৰোগৰদ্বাৰা আক্ৰান্ত হোৱা নাছিল। গো-বসন্তৰ ছিটাৰপৰা মাৰাত্মক প্ৰতিক্ৰিয়া নহয় আৰু ই বসন্ত ৰোগ প্ৰতিৰোধত ফলপ্ৰদ। ডাঃ জেনাৰৰ ছিটা দিয়াৰ পদ্ধতি সকলোৱে গ্ৰহণ কৰিছিল। টাইফয়ড, কলেৰা আদি ৰোগ নিবাৰণৰ কাৰণে কাৰ্যকৰী ছিটা দিয়াৰ ব্যৱস্থাৰ ইয়াৰপৰাই সূত্ৰপাত হৈছিল।

জনসাধাৰণে চিকিৎসকসকলৰ বৈজ্ঞানিক পৰীক্ষা বা গৱেষণাৰ প্ৰচেষ্টাৰ সহায় নকৰি বাধাহে দিছিল। ব্যৱচ্ছেদনৰ কাৰণে মৰা শ চুৰি কৰি বা টানি-আজুৰি আনিবলগীয়া হৈছিল। তেনে কৰোঁতে মাজে-সময়ে সংঘৰ্ষৰ সৃষ্টি হৈছিল। ১৮৩১ চনত মাছাচুছেটত (Massachusetts) আৰু ১৮৩২ চনত ইংলণ্ডত আইন প্ৰণয়ন কৰি শ ব্যৱচ্ছেদন আইন-সংগত বুলি সাব্যস্ত কৰা হৈছিল। ওলণ্ডাজসকলে ৰঙীন ৰাসায়নিক দ্ৰব্য ইন্‌জেক্‌শ্যন দি মৰা শ ৰক্ষণ কৰিছিল। ইয়াতে ব্যৱচ্ছেদনত বিশেষ উন্নতি সাধিত হৈছিল। জন হাণ্টাৰে তুলনামূলক শ-ব্যৱচ্ছেদন কৰি প্ৰদৰ্শনশালা স্থাপন কৰি বৈজ্ঞানিক অনুসন্ধানৰ ক্ষেত্ৰত চিৰস্মৰণীয় অৱদান দিছিল।



শাৰীৰ বৃত্ত বিষয়ত গৱেষণা চলোৱাত বিশেষ বাধা পোৱা হৈছিল। ১৭৪০ চনৰ পিছৰপৰাহে এই বাধা শিথিল হ'বলৈ ধৰিলে। বোৰহাভৰ অধীনত শিক্ষাপ্ৰাপ্ত বাৰ্ণৰ ডাঃ হেলাৰ (Albrech von Haller, 1708-77) এই বিষয়ৰ গৱেষণাত অগ্ৰগণী আছিল। তেওঁ ছুইজাৰলেণ্ড আৰু হেনোভাৰত গৱেষণা চলাইছিল। সেই সময়লৈকে শাৰীৰবৃত্তৰ সকলো তথ্য সংগ্ৰহ কৰি আৰু নিজৰ আৱিষ্কৃত তথ্যসমূহ যোগদি Elementa Physiologie নামৰ এখন বৃহৎ গ্ৰন্থ ৰচনা কৰিছিল। তেওঁ আগৰ উইলিয়াম হাৰ্ভে আৰু পিছৰ ক্লড্ বাৰ্ণাৰ্ডৰ সময়ৰ ভাৱধাৰাৰ মাজত এটা সংযোগ স্থাপন কৰিছিল। তেওঁক আধুনিক শাৰীৰ বৃত্তৰ স্থাপনকৰ্তা বুলিব পাৰি। ইয়াৰ উপৰিও তেওঁ

এজন কবি আৰু উদ্ভিদ বিদ্যা বিশাৰদ আছিল।

সেই সময়ত ভেষজ বিজ্ঞান (Materia medica) বিষয়ৰ ভিতৰত বহুতো দ্ৰব্য অন্তৰ্ভুক্ত কৰা হৈছিল। আধিদৈৱিক চিকিৎসা পদ্ধতিয়েও এই বিজ্ঞানত স্থান পাইছিল। বৈজ্ঞানিক ভাবধাৰাৰ উন্নতি হোৱাৰ লগে লগে ভেষজ-বিজ্ঞানৰ কলেৱৰ হ্ৰাস পাইছিল আৰু আধিদৈৱিক চিকিসা পদ্ধতি আঁতৰাই দিয়া হৈছিল। ব্যক্তিৰ চিকিৎসাৰ গণ্ডীৰ ভিতৰত নতুন দ্ৰব্যজাতিৰ গুণাগুণৰ পৰীক্ষা চলোৱা সম্ভৱ নহয়; কিয়নো তেনে পৰীক্ষা চলালে জনসাধাৰণে বাধা জন্মায়; আনকি চিকিৎসক অপমানিত হোৱাৰ ভয় থাকে। এই শতিকাত ন ন শিক্ষা প্ৰতিষ্ঠানৰ ফলত দেশৰ অৰ্থনৈতিক আৰু সামাজিক পৰিৱৰ্তন ঘটিল; কৰ্মীসকলৰ শৰীৰৰ সুস্থতাৰ ওপৰত যে শিল্পৰ উন্নতি নিৰ্ভৰ কৰে তাক শিল্পপতিসকলে ক্ৰমে বুজিবলৈ ধৰিলে; সেয়েহে তেওঁলোকে ন ন হস্পিতাল স্থাপন কৰিলে। বিজ্ঞানী চিকিৎসকসকলে এই সুবিধা গ্ৰহণ কৰিলে আৰু ন ন পৰীক্ষা চলাই চিকিৎসা-বিজ্ঞানৰ উন্নতি সাধন কৰিলে।

বিকৃতি বিজ্ঞান (Pathology) আৰু ৰোগৰ লক্ষণৰ মাজত কাৰ্য-কাৰণ সম্বন্ধ স্থাপন কৰাটোৱেই হৈছে চিকিৎসা শাস্ত্ৰৰ দৃঢ় ভেঁটি। এই শতিকাৰ প্ৰথমছোৱাত মৰণোত্তৰ পৰীক্ষা কৰোঁতে বহুতো বাধা পোৱা গৈছিল। যি দুই-এটা মৰণোত্তৰ পৰীক্ষা কৰা হৈছিল তাৰো বিকৃত যন্ত্ৰ-তন্ত্ৰৰ



লগত ৰোগৰ লক্ষণ আৰু নামকৰণৰ মিল আছেনে নাই তাক ঠাৱৰ কৰা সম্ভৱ নহৈছিল। ফলত কোনো ৰোগীৰ ৰোগ সঠিকভাৱে নিৰ্ণয় আৰু নামকৰণ হ'ল নে নাই তাক জানিব পৰা নহৈছিল। এনে অৱস্থাই যুক্তিবাদী আৰু অভিজ্ঞতাবাদীসকলৰ মাজত দ্বন্দ্ব-খৰিয়ালৰ হেতু আছিল। এণ্টোনিও বেনিভিনিয়ে (Antonio Benivieni, 1440-1502) কুৰিটা মৰণোত্তৰ পৰীক্ষা কৰিছিল। ১৬৩২ চনত নেপ্‌লছৰ ছিভাৰিনোৱে (Severino, 1580-1656) প্ৰণয়ন কৰা অস্ত্ৰ-চিকিৎসা বিষয়ক বিকৃতি-বিজ্ঞানৰ (Surgical Pathology) গ্ৰন্থ প্ৰকাশ কৰা হৈছিল। ইটালীৰ থিওফাইল বোনেট (Theophile Bonet) নামৰ বিজ্ঞানীয়ে সপ্তদশ শতিকাৰ শেষৰফালে প্ৰায় তিনি হাজাৰ মৰণোত্তৰ পৰীক্ষা কৰি তেওঁৰ বিৱৰণীসমূহ গ্ৰন্থত সন্নিৱিষ্ট কৰিছিল; কিন্তু সেই গ্ৰন্থত ৰোগৰ লক্ষণৰ লগত সমন্বয় অনা হোৱা নাছিল। পাদুৱা আৰু বোলোনা শিক্ষাকেন্দ্ৰত মালপিজি, ভালছাল্‌ভা আৰু মৰগেগ্‌নিয়ে বৈজ্ঞানিক পদ্ধতিত ৰোগৰ লক্ষণ আৰু যন্ত্ৰ-তন্ত্ৰৰ বিকলতাৰ লগত সমন্বয় আনিবলৈ যত্ন কৰিছিল। অভিজ্ঞতাবাদীৰ অভিজ্ঞতা তন্নতন্নকৈ বিচাৰ কৰিবলৈ বিকৃতি বিজ্ঞানে সহায় কৰিছিল। যুক্তি-বাদীৰ যুক্তিয়ে ৰোগীৰ সম্পৰ্ক ত্যাগ কৰিলে সেই যুক্তি মূল্যহীন হয়। অভিজ্ঞতা আৰু যুক্তি এই দুয়োৰে সমন্বয়তহে বিজ্ঞান অগ্ৰসৰ হ'ব পাৰে।

সেই সময়ত ভেষজ চিকিৎসক (Physician) আৰু শল্যচিকিৎসক (Surgeon) সকলৰ মাজত সুস্থ ভাব নাছিল। ভেষজ চিকিৎসকসকলে ভাবিছিল যে অস্ত্রচিকিৎসা কেৱল এটি হাতৰ কৌশলহে; তেনেদৰে লেবৰেটৰীত কাম কৰা লোকসকলোকো নিম্নখাপৰ বুলি বিবেচনা কৰিছিল। এই শতিকাৰ শেষৰ ছোৱাত এই তিনিশ্রেণীৰ বিজ্ঞানীৰ মাজত বুজাবুজিৰ বেঙনি দেখিবলৈ পোৱা গৈছিল। এই সন্দৰ্ভত কিছুমান বিজ্ঞানীয়ে ৰবাৰ্ট বয়েলৰ (Robert Boyle) বিষয়ে দিয়া মন্তব্য মন কৰিবলগীয়া— "এওঁ যান্ত্রিক ব্যৱসায়ৰ পিছে পিছে দৌৰিছে। ই এটা নীচ আৰু যান্ত্রিক কৰ্ম মাথোন।"

বিজ্ঞানী চিকিৎসকসকলে গৱেষণাত ব্যস্ত থাকিলে জনসাধাৰণে এনে ধৰণৰ মন্তব্য কৰিছিল— "গৱেষণাত লিপ্ত থাকিলে চিকিৎসকৰ হাতত আজৰি সময় কম থাকে আৰু সেয়েহে তেওঁলোকে ৰোগীৰ কাৰণে যথেষ্ট সময় দিব নোৱাৰে আৰু তেওঁৰ প্ৰতি মনোযোগ দিব নোৱাৰে। ফলত ৰোগীৰ অনিষ্ট হয়। গৱেষণাৰপৰা ৰোগীৰ কোনো লাভ নহয়।" সেই সময়ত ব্যৱহাৰিক (Clinical) গৱেষণা হোৱা নাছিল; সেয়েহে এনে মতৰ স্থল আছিল। বিজ্ঞানী চিকিৎসকসকলে জনসাধাৰণৰপৰা গৱেষণা কৰাত বাধা পাইছিল; তদুপৰি গৱেষণাৰ কাৰণে তেওঁলোকে যথেষ্ট সময় নাপাইছিল। গৱেষণাৰ সিদ্ধান্তসমূহ প্ৰচাৰ হোৱাৰ কোনো সুবিধা



নাছিল; তেওঁলোকৰ মাজত কথোপকথনত কোনো সিদ্ধান্তৰ বিষয়ে উল্লেখ কৰিলেও ব্যক্তিগত অবিয়া-অৰিৰ ফলত তেনে সিদ্ধান্ত বিশেষ ফলপ্ৰদ নহৈছিল। ১৭৫০ চনৰ আগলৈকে চিকিৎসা বিজ্ঞানৰ কোনো পত্ৰিকা বা সংস্থা নাছিল। ১৭৫৭ চনত স্থাপিত চিকিৎসা বিষয়ৰ সংস্থা ৱাছিংটন একাডেমীত (Washington Academy) গৱেষণাৰ ফলাফলৰ বিষয়ে তন্নতন্নকৈ আলোচনা হৈছিল। ইয়াৰ উপৰিও কেবাখনো চিকিৎসা বিষয়ক পত্ৰিকা প্ৰকাশ হৈছিল; ইবোৰত গৱেষণাৰ ফলাফল সন্নিৱিষ্ট কৰা হৈছিল।

ওলন্দাজ চিকিৎসা কেন্দ্ৰ লিডেন বিশ্ববিদ্যালয়ৰ শিক্ষা যুক্তি আৰু অভিজ্ঞতাৰ সংমিশ্ৰণ আছিল। ৰোগীক প্ৰদৰ্শন কৰি ছাত্ৰৰ আগত বক্তৃতা দি লক্ষণসমূহ দেখুৱাই দিয়া হৈছিল। শিক্ষাদানৰ এই পদ্ধতি উচ্চখাপৰ আৰু ইয়াক ইউৰোপ, আমেৰিকা আৰু এডিনবাৰ্গৰ বিশ্ববিদ্যালয়ে অনুসৰণ কৰিছিল। অক্সফৰ্ড বিশ্ববিদ্যালয়ৰ শিক্ষা ১৭৭০ চনলৈকে যুক্তিসাপেক্ষিক আছিল। লণ্ডনত শিক্ষা দিয়া হৈছিল হস্পিতালত আৰু এই শিক্ষা কোনো বিশ্ববিদ্যালয়ৰদ্বাৰা নিয়ন্ত্ৰিত আৰু স্বীকৃত নাছিল। এনে একচেটিয়া ব্যৱস্থা ১৮২১ চনলৈকে চলিছিল। ১৭৮০ চনৰপৰা ১৮৩০ চনলৈকে আমেৰিকাত এনে পদ্ধতি গ্ৰহণ কৰা হৈছিল; ফলত তাৰ শিক্ষাৰ মান হ্ৰাস পাইছিল। হলেণ্ড, ডেনমাৰ্ক, ছুইডেন আদি দেশত যুক্তি

সাপেক্ষিক অভিজ্ঞতাৰে শিক্ষাদান প্ৰচলিত আছিল ; কিন্তু ফৰাছী দেশত অষ্টাদশ শতিকাৰ শেষলৈকে যুক্তিবাদী শিক্ষাই প্ৰাধান্য লাভ কৰিছিল।

এই শতিকাত চিকিৎসা-বিজ্ঞানত কেইটামান নতুন ব্যৱস্থাৰ সাহায্য লোৱা হৈছিল। জন ফ্লোৱাৰে (John Floyer, 1649-1734) নাড়ী গণনাৰ কাৰণে ঘড়ী আৰু জেমছ কুৰিয়ে (James Currie, 1756-1805) শৰীৰৰ তাপ নিৰ্ণয় কৰিবৰ কাৰণে তাপমান যন্ত্ৰ প্ৰচলন কৰিছিল। লিওপল্ড অৱেনব্ৰুগৰ (Leopold Auenbrugger 1722-1809) অষ্ট্ৰিয়াৰ গ্ৰাজ নগৰত থকা দেউতাকৰ অতিথিশালাত কাম কৰিছিল। তেওঁৰ দোকানৰ মদৰ পিপাত কিমান মদ আছে তাক পিপাৰ গাটো আঙুলিৰে টুকুৰিয়াই নিৰ্ণয় কৰিছিল। পিছত তেওঁ যেতিয়া চিকিৎসক হ'ল, তেতিয়া ৰোগীৰ বুকু টুকুৰিয়াই (Percussion) ভিতৰৰ অৱস্থা নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ এই প্ৰচেষ্টাৰ ফলস্বৰূপে ১৭৬১ চনত এখন সৰু কিতাপ প্ৰকাশিত হৈছিল। প্ৰায় ২০ বছৰলৈকে এই পাৰ্কাছন পদ্ধতি ৰোগ নিৰ্ণয়ৰ কাৰণে বহুলভাৱে ব্যৱহাৰ হোৱা নাছিল। পেৰিছত কৰ্ভিছাৰে (Corvisart, 1755-1821) এই গ্ৰন্থখন ১৮০৮ চনত প্ৰকাশ কৰিছিল। ইয়াৰ পিছৰপৰাই চিকিৎসা-বিজ্ঞানত পাৰ্কাছনৰ বহুল ব্যৱহাৰ হ'বলৈ ধৰিলে।



অণুবীক্ষণ যন্ত্ৰ চিকিৎসা-বিজ্ঞানত প্ৰথম ব্যৱহাৰ কৰিছিল ফৰাছী দেশৰ প্যাৰি বোৰেলে (Pierre Borel)। ১৬৫৫ চনত তেওঁ এখন গ্ৰন্থ প্ৰকাশ কৰিছিল। তাত তেওঁ বতাহত আৰু জ্বৰী ৰোগীৰ তেজত থকা বীজাণুৰ বিষয়ে বিৱৰণ দিছিল। ইয়াৰপৰাই ৰোগৰ হেতু বীজাণু হ'ব পাৰে বুলি চিকিৎসকলে গৱেষণা কৰিবলৈ ধৰিলে। অণুবীক্ষণ যন্ত্ৰৰ ব্যৱহাৰ বাঢ়িল।

— —

## উনবিংশ শতিকা আৰু তাৰ পিছৰ চিকিৎসা-বিজ্ঞান

অষ্টাদশ শতিকাত মৌলিক বিজ্ঞানৰ বিশেষভাৱে গৱেষণা হৈছিল আৰু সেই গৱেষণাৰ প্ৰদত্তকসমূহ বৈজ্ঞানিক-ভাৱে প্ৰণালীবদ্ধ কৰা হৈছিল। এই গৱেষণাৰ ফলস্বৰূপে প্ৰযুক্তি বিদ্যাৰ উন্নতি সাধন হৈছিল আৰু ইবোৰে মানুহৰ সুখ-শান্তিত অৰিহণা যোগাইছিল; কিন্তু চিকিৎসা-বিজ্ঞানৰ বেলিকা তেনে এটা অৱস্থাৰ উদ্ভৱ হোৱা নাছিল। সেই সময়ত গৱেষণাসমূহ বৈজ্ঞানিক নিয়মৰ অন্তৰ্গত নাছিল; চিকিৎসা জগতত শ্ৰেষ্ঠ বিজ্ঞানীৰ অভাৱ আছিল আৰু যেয়ে-সেয়ে যেনে-তেনেভাৱে পৰীক্ষা-নিৰীক্ষা কৰিছিল। ফলত যিবোৰ প্ৰদত্তক লোৱা হৈছিল, সেইবোৰক কোনো শ্ৰেণী-ভুক্ত কৰিব পৰা নগৈছিল। এই গৱেষণাৰ ফলৰপৰা ৰোগ নিৰ্ণয়, নিবাৰণ আৰু আৰোগ্য বিধানত জনসাধাৰণৰ অনুসন্ধিৎসাৰ যথাযথ উত্তৰ দিবলৈ সমল পোৱা নাছিল। চিকিৎসকসকলৰ মাজত বিভিন্ন বিৰোধভাৱাপন্ন মতবাদ প্ৰচলিত আছিল আৰু কোনো নতুনৰ সন্ধান দি ৰোগ মুক্তিৰ আশাৰ ৰেঙনি দেখুৱাব পৰা নাছিল। সকলো



ৰোগৰ কাৰণ হৈছে একেটা মাত্ৰ (monistic) নাইবা কোনো এটা ৰোগৰেই অস্তিত্ব নাই; সকলোবোৰ ৰোগ লক্ষণৰ সমষ্টি; খনিজ বা উদ্ভিদ দ্ৰব্যই শ্ৰেয়; এক বা বহু দ্ৰব্যৰ ক্ৰিয়াৰ সমষ্টিয়েই ৰোগনাশক ইত্যাদি নানা ধৰণৰ মতবাদে জনসাধাৰণৰ মনৰপৰা চিকিৎসা শাস্ত্ৰৰ প্ৰতি বিশ্বাস উচ্ছেদ কৰিছিল। চিকিৎসকসকলৰ ওপৰত জনসাধাৰণৰ মতামত কি তাক ১৮৫৮ চনৰ ফিলাডেলফিয়াৰ এখন বাতৰি কাকতৰ সম্পাদকীয় স্তম্ভৰ প্ৰকাশিত অভিমতৰপৰা বুজিব পৰা যায়—"The young 'medicos' were crude coarse and ignorant, and they went forth with an inadequate training to contribute to the poisoning and surgical butchery which have already been committed in thousands of instances". আনকেইখন বাতৰি কাকতৰ অভিমত আছিল এনেধৰণৰ—"Doctor tried to keep their patients ill'', 'the entire madical is a stupendous humbug.' "It has become fashionable to speak of the medical profession as a body of jealous quarrelsome men, where chief delight is the annoyance and ridicule of each other." চিকিৎসা-বিদ্যা বৈজ্ঞানিক পদ্ধতিত প্ৰতিষ্ঠিত নোহোৱাৰ

কাৰণেই সৰ্বসাধাৰণৰ এনে মনোভাব আছিল। সেয়েহে ঊনবিংশ শতিকাত বিশেষকৈ ইয়াৰ প্ৰথমছোৱাত অবৈজ্ঞানিক চিকিৎসাৰ মতবাদ প্ৰচলিত আছিল। অষ্টাদশ শতিকাত আৰু ঊনবিংশ শতিকাৰ প্ৰথমছোৱাত ভুৱা চিকিৎসা বা বেজালিয়ে (quackery) বিশেষভাৱে মূৰ দাঙি উঠিছিল। তেতিয়া আইন-কানুন প্ৰণয়ন কৰি দৰৱ ৰেজিষ্টাৰ (Patent) কৰা প্ৰথা প্ৰচলন কৰা হৈছিল। আমেৰিকাত ভুৱা চিকিৎসা বেছিকৈ চলিছিল। নানাধৰণৰ পেটেণ্ট দৰৱেৰে বজাৰ উপচি পৰিছিল। পেটেণ্ট হোৱা দৰৱবোৰ কোনো বৈজ্ঞানিক ভিত্তিত তৈয়াৰ হোৱা নাছিল। এনে দৰৱ ব্যৱহাৰৰ ফলত বহু মানুহৰ স্বাস্থ্য ভংগ হৈছিল আৰু বহুতে প্ৰাণ হেৰুৱাইছিল। লণ্ডনত এজন লোকে কেৱল পেটেণ্ট দৰৱ ব্যৱহাৰ কৰিয়েই দহলাখ পাউণ্ড অৰ্জন কৰিছিল। বেদনানাশক দৰৱ (Soothing Syrup) ব্যৱহাৰ কৰাৰ ফলত অকল ইংলণ্ডতেই ১৫০০০ লৰা-ছোৱালীৰ মৃত্যু হৈছিল। এনে অবৈজ্ঞানিক পেটেণ্ট দৰৱৰ মাৰাত্মক ফল দেখি ফৰাছীদেশত ১৮০৩ আৰু ১৮০৫ চনত পেটেণ্ট ঔষধৰ বিজ্ঞপ্তি আৰু বিক্ৰী বন্ধ কৰি দিয়া হৈছিল। জাৰ্মানীত ১৮৪০ আৰু ১৮৬০ চনত, বেডেনত ১৮৪৫ চনত; প্ৰাছিয়াত ১৮৫১ চনত আৰু বেভেৰিয়াত ১৮৬১ চনত ভুৱা চিকিৎসা কৰাটো (quackery) দোষণীয় বুলি আইন প্ৰণয়ন কৰা হৈছিল; কিন্তু জনসাধাৰণে এনে আইনৰ



প্ৰতি সমৰ্থন দিয়া চিকিৎসকসকলক অবিশ্বাস কৰিছিল। ভিৰক'ফ (Virchow) আদি পণ্ডিত চিকিৎসকসকলৰ মতানুযায়ী উত্তৰ জাৰ্মানীত আইনযোগে ভুৱা চিকিৎসা বিৰোধী আইন বাতিল কৰা হৈছিল। মানুহে চিকিৎসা বিজ্ঞানৰ বিভিন্ন চিকিৎসা পদ্ধতিৰ ওপৰত বিশ্বাস হেৰুৱাইছিল। চিকিৎসকসকলে আৰোগ্যৰ পথ দেখুৱাই দিব নোৱৰাত মানুহে নিজৰ সুবিধামতে অবৈজ্ঞানিক চিকিৎসা পদ্ধিতিৰ ওপৰতেই আস্থা স্থাপন কৰিছিল। বহুলোকে হানিম্যানৰ চিকিৎসা পদ্ধতিৰ শৰণাপন্ন হৈছিল। সাধাৰণতে খনিজ দ্ৰব্য এৰি মানুহে উদ্ভিজ্জ দৰৱ ব্যৱহাৰ কৰিবলৈ ধৰিছিল। শৌচৰ ঔষধ কেলোমেলৰ(Calomel) বহুল ব্যৱহাৰ হৈছিল; এই দৰৱ ব্যৱহাৰৰ ফলত বহুলোকৰ স্বাস্থ্য ভংগ হৈছিল। কেলোমেল সম্বন্ধে ১৮২৫ চনত ভাৰ্জিনিয়া বাতৰি কাকতত প্ৰকাশ হোৱা কবিতা এটাৰ এফাঁকি হ'ল এনে:

"And when I do resign my breath,
Pray let me die a natural death,
And bid you all a long farewell,
Without one dose of calomel."

প্ৰকৃত চিকিৎসকসকলে ৰোগ নিৰাময় কৰিব নোৱৰাত বহুলোকে জল-চিকিৎসা লৈছিল। এই চিকিৎসাৰ ভিত্তি হৈছে শৰীৰৰ ভিতৰ আৰু বাহিৰ পানীৰে ধুই পৰিষ্কাৰ কৰা। ১৮৩০-১৮৬০ চনৰ ভিতৰত যুক্তৰাজ্যত ইয়াৰ

প্ৰাধান্য দেখা গৈছিল। ১৭৮০ চনত লণ্ডনত জেমছ গ্ৰাহামে এটা স্বাস্থ্য-মন্দিৰ (Temple of Health) স্থাপন কৰিছিল। তাত জল চিকিৎসাৰ উপৰিও নিৰামিষ আহাৰ, নিয়মিত স্নান আৰু ব্যায়ামৰ ব্যৱস্থা আছিল। জল-চিকিৎসা প্ৰথমতে জাৰ্মানীত আৰম্ভ হৈছিল আৰু পিছত ইউৰোপৰ আন আন দেশত ইয়াৰ প্ৰচলন ঘটিছিল।

গ্ৰেহামৰ চিকিৎসা পদ্ধতিত এক বৃহৎসংখ্যক মানুহে সঁহাৰি দিছিল। গ্ৰাহামৰ চিকিৎসা কেন্দ্ৰৰ এটা প্ৰধান উপদেশ আছিল ব্যক্তিগত পৰিষ্কাৰ-পৰিচ্ছন্নতা; এই বিষয়ে বক্তৃতাৰ ব্যৱস্থা আছিল আৰু স্বাস্থ্য পত্ৰিকা প্ৰকাশ পাইছিল। তিৰোতাসকলৰ মাজত অস্বাস্থ্যকৰ পৰিৱেশ গুচাবলৈ গ্ৰেহামে নতুন সংস্থা স্থাপন কৰিছিল।

মেৰি বেকাৰ এডিয়ে (Mary Baker Eddy) ধৰ্মীয় নিয়ম-নীতিৰে ৰোগ চিকিৎসা কৰিবলৈ খ্ৰীষ্টীয় বিজ্ঞান (Christian Science) পদ্ধতিৰ প্ৰচলন কৰিছিল। বহু মানুহে এই পদ্ধতিত চিকিৎসা লৈছিল।

ৰোগীৰ শৰীৰত পাথৰ স্পৰ্শ কৰি ৰোগ উলিয়াই আনি ৰোগমুক্ত কৰিব পাৰি বুলি আমেৰিকাৰ এলিছা পাৰ্কিনছে (Elicha Perkins) দাবী কৰিছিল আৰু তেনে পাথৰ যোৰে ৫ গিনি দামত বিক্ৰী হৈছিল।

প্ৰকৃত চিকিৎসকসকলৰপৰা চিকিৎসা ক্ষেত্ৰত বিশেষ সহায় নোপোৱাত জনসাধাৰণে দৰৱ বিক্ৰেতা বা এপোথে-



কাৰীৰ (Apothecary) ওচৰ চাপিছিল। ১৮১৫ চনত এপোথেকাৰী আইন প্ৰণয়ন হৈছিল; ইয়াৰ ফলত এপোথেকাৰীসকলে চিকিৎসা কৰিবলৈ ক্ষমতা পাইছিল। তেতিয়া চিকিৎসকসকলৰ মাজত এটা ভীষণ আলোড়নৰ সৃষ্টি হৈছিল; আৰু লগে লগে বহুতো নিম্নখাপৰ চিকিৎসা বিদ্যালয় স্থাপিত হৈছিল। জনসাধাৰণে সকলো চিকিৎসা-কেই একে পৰ্যায়ৰ বুলি গণ্য কৰিছিল। প্ৰকৃত চিকিৎ-সকসকলৰ আন্দোলনৰ ফলত ১৮৫৮ চনত চিকিৎসা আইন [Medical Act] প্ৰণয়ন কৰা হৈছিল। ইয়াৰ নিয়ম অনুযায়ী এখন প্ৰকৃত চিকিৎসকসকলৰ পঞ্জী (Register) ৰখাৰ ব্যৱস্থা হৈছিল। আমেৰিকাৰ মেডিকেল এছোছিয়ে-শ্যনে ১৭৮০ আৰু ১৮৩০ চনত প্ৰকৃত চিকিৎসকসকলক অনুজ্ঞাপত্ৰ বা লাইছেন্স (Licence) দিয়াৰ ব্যৱস্থা কৰি-ছিল; কিন্তু এই চিকিৎসকসকলৰ ওপৰত জনসাধাৰণৰ বিশ্বাস নথকাত বহুতো ৰাজ্যই [State] লাইছেন্স দিয়াৰ বাধ্য-বাধকতা উঠাই দিছিল। ১৮৪৫ চনত কেৱল তিনি-খন ৰাজ্যইহে এই লাইছেন্স দিয়াৰ নিয়ম মানি চলিছিল। মানুহে চিকিৎসকসকলক স্বাৰ্থপৰ, স্বাৰ্থলোভী বুলি ভাবিছিল। ছিটা দিয়া আৰু শ-ব্যৱচ্ছেদনত জনসাধাৰণে বাধা দিয়েই আছিল। আনহাতে আমেৰিকাত চলোৱা এটা অনুসন্ধানৰ-পৰা দেখা গৈছিল যে ১০০ জন পৰীক্ষাত কৃতকাৰ্য হোৱা চিকিৎসকৰ ভিতৰত ৭৫ জনেই জীৱিকানিৰ্বাহৰ কাৰণে

প্ৰয়োজনীয় উপাৰ্জনৰ অভাৱত ৫ বছৰৰ ভিতৰত আন ব্যৱসায় কৰিছিল। চিকিৎসকে পৰিয়ালৰ আৰ্থিক অৱস্থা চাইহে পাৰিশ্ৰমিক লৈছিল। চিকিৎসকসকলৰ মাজত অৰিয়া-অৰি আৰু অপপ্ৰচাৰৰ সূত্ৰপাত হৈছিল। এনে অপপ্ৰচাৰ বন্ধ কৰাৰ অৰ্থে বহুতো সংস্থা স্থাপিত হৈছিল। মানচেষ্টাৰ চহৰৰ পাৰ্ছিভালে (Percival) ১৮০৩ চনত চিকিৎসা বিষয়ক নৈতিক কৰ্তব্যসমূহৰ সংহিতা [Code] প্ৰকাশ কৰিছিল। জনসাধাৰণৰ মাজত লাহে লাহে চিকিৎসা-বিজ্ঞানৰ ওপৰত আস্থা স্থাপিত হল। ১৮৩১ চনত বোষ্টন নগৰৰ এখন পত্ৰিকাত এনে ধৰণৰ মন্তব্য প্ৰকাশ পাইছিল—As an intellectual and thus a very useful class of community the medical men are entitled to high respect and esteem—they are invaluable, generous. likeable and disinterested: They are eminently entitled to the confidence of their fellow men”:

জনসাধাৰণৰ মাজত চিকিৎসকসকলৰ প্ৰতি সম্ভাৰৰ উদয় হোৱাৰ লগে লগে চিকিৎসক-বিজ্ঞানীসকলে নিঃস্বাৰ্থভাৱে শান্তিৰে গৱেষণা কৰিবলৈ আগবাঢ়িছিল। মৌলিক বিজ্ঞানৰদৰে চিকিৎসা-বিজ্ঞানতো মৌলিক গৱেষণাৰ সূত্ৰপাত হৈছিল আৰু তেতিয়া জনসাধাৰণে প্ৰকৃত বৈজ্ঞানিক-চিকিসাৰ সুফল পাইছিল আৰু চিকিৎসা-বিজ্ঞানে সমাজত এটা



বিশেষ সন্মানিত স্থানত প্ৰতিষ্ঠিত হ'বৰ কাৰণে পদক্ষেপ দিছিল। এই বৈজ্ঞানিক বা আধুনিক চিকিৎসা-বিজ্ঞানৰ সূত্ৰপাত হৈছিল ফৰাছী দেশত।

উনবিংশ শতিকা আছিল বিজ্ঞানৰ যুগ। কোনো কোনো শিক্ষিতলোকে তন্নতন্নকৈ বিচাৰ নকৰালৈকে কোনো মতবাদ গ্ৰহণ নকৰিছিল। কোনো লক্ষণসমূহ পদ্ধতিবদ্ধ কৰি ই কোনো এটা ৰোগৰ অস্তিত্ব বুজাইছে বুলি ক'লেই সকলোৱে তাক মানি নলৈছিল; সকলোৱে সেই বিষয়ত প্ৰমাণ বিচাৰিছিল। সেইদৰে কোনো এটা চিকিৎসা পদ্ধতি আন এটা পদ্ধতিতকৈ শ্ৰেয়ঃ বুলিলেই মানুহে তাক বিশ্বাস নকৰিছিল; প্ৰমাণৰ প্ৰয়োজন হৈছিল।

শিল্প বিপ্লৱৰ (Industrial Revolution) লগে লগে গাঁৱৰপৰা চহৰলৈ মানুহৰ সোঁত বৈছিল। চহৰৰ অস্বাস্থ্যকৰ; ঠাই খোৱা থেপাথেপি ঘৰত বাস কৰা কৰ্মীসকলৰ স্বাস্থ্য ভংগ হৈছিল। শিল্পপতিসকলে আন নহ'লেও শিল্পৰ উন্নতিকল্পে হস্পিতাল নিৰ্মাণ কাৰ্যত মনোনিৱেশ কৰিছিল। সম্ৰাট নেপোলিয়ানে গৱেষণা কাৰ্য আৰু হস্পিতাল স্থাপনত উৎসাহ দিছিল। পেৰিছৰ হোটেল ডিউ (Hotel Dieu) হস্পিতালত প্ৰায় ১০০০ ৰোগী ৰখা হৈছিল। সেই সময়ত কেবানিছ (Cabanis) আৰু পিনেল (Philippe Pinel 1745-1826) নামৰ

তুজন অনিসন্ধিৎসু চিকিৎসাবিজ্ঞানীয়ে হস্পিতালৰ ৰোগীৰ লক্ষণসমূহ লিপিবদ্ধ কৰিছিল আৰু মৃতৰোগীৰ শ-ব্যৱচ্ছেদন কৰি বিকৃত যন্ত্র-তন্ত্র আৰু লক্ষণৰ সমন্বয় জানিবলৈ যত্ন কৰিছিল। এনে কার্যই ৰোগৰ কাৰণ সম্পর্কে বাদানুবাদ হ্রাস কৰিছিল।

এই শতিকালৈকে মানসিক ৰোগগ্রস্ত ৰোগীসকলক কয়দী হিচাপে গণ্য কৰা হৈছিল আৰু কাৰাগাৰত শিকলি লগাই বান্ধি থোৱা হৈছিল। ফিলিপ পিনেলে শিকলিৰ বন্ধনৰপৰা মুক্ত কৰি কয়দীৰদৰে ব্যৱহাৰ নকৰি সেই মানুহবোৰক চিকিৎসা কৰিছিল। এই সন্দর্ভত উলিয়াম টিউক আৰু ডেনিয়েল হেক টিউকৰ (Daniel Hack Tuke 1827-95) নাম বিশেষভাৱে উল্লেখযোগ্য। তেওঁলোক ইয়র্ক বিশ্রাম আবাস (York Retreat) নির্মাণ কৰি তাত এই ৰোগীসকলক ৰাখিছিল।

ৰোগ আৰু ৰোগীৰ শৰীৰৰ মাজৰ সম্পর্ক লৈ নিৰীক্ষা চলিছিল। ৰোগীৰ তন্ত্র বিশেষৰ বিকলতাই ৰোগৰ হেতু বুলি বিচাটে (Francois Xavier Bichat, 1771-1802) বিবেচনা কৰিছিল। বহুতো মৃত ৰোগীৰ শ-ব্যৱচ্ছেদনৰ পিছত ব্রোচেই (Francois Joseph Victor Broussais, 1772-1838) ঠাৱৰ কৰিছিল যে যন্ত্রৰ বিকৃত অৱস্থাইহে ৰোগৰ কাৰণ; কিন্তু পিছলৈ তেওঁ মইমতীয়া হৈ নিজৰ অভিজ্ঞতাক এৰি যুক্তিবাদৰ ওপৰত বিশ্বাস



স্থাপন কৰিছিল। এনে কার্যৰ ফলত তেওঁৰ প্রতিপত্তি কমি আহিছিল।

বৈজ্ঞানিক অনুসন্ধানত পার্কাছন (Percussion) আৰু অস্কাল্‌টেচনৰ (Auscultation) পৰা বিশেষ সহায় পোৱা হৈছিল। ভিয়েনাৰ অ'রেনব্রুগাৰৰ (Leopold Auenbrugger, 1722-1809) পার্কাছনৰ বিৱৰণ ১৮০৮ চনত কৰভিছাৰে (Jean Nicholas Corvisart, 1755-1821) ফৰাছী ভাষাত অনুবাদ কৰিছিল আৰু ফৰাচী চিকিৎসকসকলে এই পদ্ধতিক সাদৰি লৈছিল। ইয়াৰপৰা শৰীৰৰ কোনো স্থানত টুকুৰিয়াই ভিতৰৰ অৱস্থাৰ সংকেত পোৱা গৈছিল। লিণেক (Rene Theophile Hyacinthe Laennec 1781-1826) ফৰাছী দেশৰ ব্রিটেনীত (Brittany) জন্ম গ্রহণ কৰিছিল। সেই সময়ত বুকুৰ ৰোগ নির্ণয়ৰ কাৰণে ৰোগীৰ বুকুত কাণ দি ভিতৰৰ শব্দ শুনিবলৈ যত্ন কৰা হৈছিল। এসময়ত লিনেকৰ তত্বাৱধানত এজন ডাঠ বুকুৰ ৰোগী আহিল। তেওঁ বুকুত কাণ দি ভিতৰৰ শব্দ শুনোতে বৰ অসুবিধা পাইছিল। কি কৰা যায় এনে চিন্তা কৰি থাকোঁতে এদিন তেওঁ তুজন ল'ৰাই এডাল মাৰিৰে ৰাস্তাত খেলি থকা দেখিলে। এজনে মাৰিডালৰ এটা মূৰ কাণত লগাই ৰাখিছিল আৰু আনজনে সিমূৰৰপৰা টুকুৰিয়াই দিছিল। এই ব্যৱস্থাত এমূৰৰ শব্দ আন মূৰত শুনিবলৈ পোৱা গৈছিল। ল'ৰা তুজনৰ এই খেলে

লিনেৰক উপায়ৰ সন্ধান দিছিল। লিনেকে কেইখনমান কাগজ মেৰিয়াই এটা চুঙা কৰি লৈ তাৰ এটা মূৰ ৰোগীৰ বুকুত থৈ আনটো মূৰ নিজৰ কাণত লগাইছিল। এই পদ্ধতিত ৰোগীৰ বুকুৰ ভিতৰৰ শব্দবোৰ তেওঁ স্পষ্টকৈ শুনিবলৈ পাইছিল। এয়েই ষ্টেথোস্কোপৰ (Stethoscope) সূত্ৰপাত আৰু অস্কালটেশ্যনৰ (Auscultation) আৰম্ভণি। ১৮০৯ চনৰপৰা পাৰ্কাছন আৰু অস্কালটেশ্যন চিকিৎসা-বিজ্ঞানত ব্যৱহৃত হ'বলৈ ধৰিলে। জেমছ্ কুৰি James Currie, 1756-1808) এজন স্কটলেণ্ডৰ বিজ্ঞানী আছিল। তেওঁ অষ্টাদশ শতিকাত শৰীৰৰ তাপ জোখা যন্ত্ৰ (Clinical Thermometer) আৱিষ্কাৰ কৰিছিল; কিন্তু উনবিংশ শতিকাৰ আৰম্ভনিলৈকে চিকিৎসা-বিজ্ঞানত ইয়াৰ ব্যৱহাৰ মাজে-সময়েহে হৈছিল। জাৰ্মানীৰ কাৰ্ল বুণ্ডাৰলিকে (Carl Wunderlich 1815-77) নিয়মিতভাৱে থাৰ্মমিটাৰ ব্যৱহাৰ কৰিছিল। তেওঁৰ সময়ৰপৰা তাপমাত্ৰাৰ চাৰ্ট (Temperature Chart) নিয়মিতভাৱে ব্যৱহাৰ হ'বলে ধৰিলে। সেই সময়ত থাৰ্ম'মিটাৰ একোটা প্ৰায় ১ ফুট দীঘল আছিল আৰু তাপ লওঁতে প্ৰায় কুৰিমিনিট সময় শৰীৰৰ সংস্পৰ্শত ৰখা হৈছিল। পেৰিছৰ লুইয়ে (Pierri Charles Alexandre Louis, 1787-1872) ১৮৪০ চনত ছেকেণ্ডহ্যান্ড থকা ঘড়ী চিকিৎসা-বিজ্ঞানত ব্যৱহাৰ কৰিছিল। ১৮৮৭ চনত বচে(S.S.K. Von Basch) ব্লাড প্ৰেছাৰ জোখা যন্ত্ৰ ছ্‌ফিগ্‌মো-



মেন'মিটাৰ (Sphygnomanometer) ব্যৱহাৰ কৰিছিল। পেৰিছৰ কাৰ্ল পোটেইন (Pierre Carl Potain, 1825--1901) আৰু বৃটেইনৰ ক্লিফোৰ্ড এলবাটে (Thomas Clifford Allbutt, 1836-1926) এই যন্ত্ৰ নিয়মিতভাৱে ব্যৱহাৰ কৰিবলৈ লৈছিল। ১৯০১ চনত ব্ৰিটেইনৰ মেকেন্‌জিয়ে (James Mackenzie, পলিগ্ৰাফ Polygraph) আৱিষ্কাৰ কৰিছিল। ইয়াৰ সহায়ত সিৰা আৰু ধমনীৰ স্পন্দন জুখিব পাৰি। ইয়াৰ সহায়ত ৰোগ নিৰ্ণয়ত সুবিধা হৈছিল। জাৰ্মানীৰ প্ৰসিদ্ধ বিজ্ঞানী হেল্‌মহটজে(Hermann Kon Helmholt 1821-94) অফ্‌থেলমোস্কোপ (Ophthalmoscope) আৱিষ্কাৰ কৰিছিল। ইয়াৰ সহায়ত চকুৰ ভিতৰটো নিৰীক্ষণ কৰিব পাৰি। ইয়াৰপৰা চিকিৎসা-বিজ্ঞানৰ বিশেষ সহায় হৈছিল। ১৮৫৫ চনত পেৰিছৰ বিশিষ্ট গায়ক মেনুৱেল গাৰ্ছিয়াই (Manuel Garcia, 1805-1906) লেৰিংগোস্কোপ (Laryngoscope) আৱিষ্কাৰ কৰিছিল। ইয়াৰ সহায়ত স্বৰযন্ত্ৰৰ ভিতৰখন দেখা যায়। ফ্ৰিবাৰ্গৰ গুস্তাফ কিলানে (Gustav Killian 1860-1921) এণ্ডোস্কোপ (Endoscope) আৱিষ্কাৰ কৰিছিল; ইয়াৰ সহায়ত গ্ৰাসনলী আৰু শ্বাসনলীৰ ভিতৰখন দেখা যায়। এই যন্ত্ৰপাতিবোৰে বিজ্ঞানীসকলৰ ৰোগ নিৰ্ণয়ত বিশেষ অৰিহণা যোগাইছিল।

পেৰিছৰ লুই (Pierri Charles Alexandre Louis 1787-1872) এজন বিখ্যাত অনিসন্ধিৎসু চিকিৎসক-

বিজ্ঞানী আছিল। তেওঁ হস্পিতালত তুলনামূলকভাৱে চিকিৎসা পদ্ধতিৰ মূল্য নিৰ্ণয় কৰিবলৈ চেষ্টা কৰিছিল। তেওঁৰ আগতে কোনো এক পদ্ধতিত ৰোগীক চিকিৎসা কৰি ৰোগমুক্ত কৰিব পাৰিলেই সেই পদ্ধতি কাৰ্যকৰী আৰু কোনো পদ্ধতিত ৰোগীৰ মৃত্যু হ'লে সেই পদ্ধতিক অকাৰ্যকৰী বুলি গণ্য কৰা হৈছিল; কিন্তু তুলনামূলক-ভাৱে একেৰকমৰ কেতবোৰ ৰোগীক এটা পদ্ধতিত আৰু আন কেতবোৰক আন এটা পদ্ধতিত চিকিৎসা কৰি তুলনামূলক সিদ্ধান্ত নকৰাৰ ফলত বহুতো চিকিৎসক দোষযুক্ত সিদ্ধান্তত উপনীত হৈছিল। প্যাৰি লুইয়ে দুই পদ্ধতিত দুইগোষ্ঠীৰ একেধৰণৰ ৰোগীক চিকিৎসা কৰি সংখ্যাৰ ওপৰত ভিত্তি কৰি চিকিৎসা-পদ্ধতিৰ গুণাগুণৰ বিষয়ে মতামত দিছিল। ইয়াক সংখ্যা ভিত্তিক নিয়ম (Numerical Method) বোলা হৈছিল। এই পদ্ধতি আগৰ নিয়মবোৰতকৈ শ্ৰেয়ঃ হ'লেও ই প্ৰমাদশূন্য নাছিল। ইয়াত সম্ভাব্যৰ (Probability) স্থান নাছিল। পৰিসংখ্যাৰ (Statistical) ভিত্তিত পিছলৈ গৱেষণা হ'বলৈ ধৰিলে। প্ৰমাদযুক্ত হ'লেও সংখ্যাভিত্তিক গৱেষণাৰ ওপৰত মানুহৰ আস্থা আহিবলৈ ধৰিলে। ১৮৪০ চনত ফৰাছী দেশৰ গেভাৰেটে (Jules Gavarret) চিকিৎসা বিজ্ঞানত পৰিসংখ্যা বিজ্ঞানৰ প্ৰচলন কৰিলে। বৈজ্ঞানিক পদ্ধতিত গৱেষণা চলাই পেৰিছৰ হস্পিতালত এণ্ড্ৰেল



(Gabriel Andral) লিপ্‌জিক হস্পিতালত জোৰাৰ্গ (Joerg) আৰু বেৰিন হস্পিতালত হোমচে (Holmes) হ্যানিমেনৰ চিকিৎসা-পদ্ধতি অবৈজ্ঞানিক বুলি প্ৰমাণ কৰিছিল আৰু ইয়াৰ অসাৰতা দেখুৱাই দিছিল। লাহে লাহে ১৮০০-১৮৫০ চনৰ মাজৰছোৱাত আধুনিক বৈজ্ঞানিক যুগৰ সূত্ৰপাত হ'ল; এই বিজ্ঞানৰ ওপৰত মানুহৰ আস্থা আহিবলৈ ধৰিলে।

উনবিংশ শতিকাৰ প্ৰথম ভাগত চিকিৎসা-জগতত বিচাট (Francois Bichat) আৰু লুইৰ (Pierre Charles Alexandre Louis) অধীনত পেৰিছৰ চিকিৎসা-বিজ্ঞানে শীৰ্ষস্থান অধিকাৰ কৰিছিল। আমেৰিকাৰপৰা চিকিৎসা বিজ্ঞানীসকল পেৰিছলৈ আহি চিকিৎসা-বিজ্ঞানৰ আধুনিক নিয়ম-প্ৰণালী শিকি লৈছিল। তেওঁলোকে বোষ্টন, নিউইয়ৰ্ক আৰু ফিলাডেলফিয়াত এই পদ্ধতিত গৱেষণা কাৰ্য্য হাতত লৈছিল। ফৰাছীদেশত নেপোলিয়ানৰ অধীনত যুদ্ধ-বিগ্ৰহ-হৰ সময়ত অস্ত্ৰচিকিসকসকলে শল্যচিকিৎসা বিজ্ঞানৰ উন্নতি সাধন কৰিবলৈ বিশেষ সুবিধা পাইছিল। আমেৰিকা আৰু ইংলণ্ডৰ চিকিৎসকসকলে ফৰাছী অস্ত্ৰচিকিৎসকসকলৰ লগত এই সুবিধা গ্ৰহণ কৰিছিল। আমেৰিকা আৰু ইংলণ্ডলৈ ঘূৰি গৈ এই চিকিৎসকসকলে অস্ত্ৰচিকিৎসাৰ উন্নয়নত মনোনিৱেশ কৰিছিল। শল্যচিকিৎসক সকলে বুজিলে যে এনে ৰোগৰ কাৰণ হৈছে শৰীৰৰ

স্থানীয় বিকৃতি আৰু সংবেদনহৰণকাৰী দ্ৰব্যৰ (anaesthetic) আৱিষ্কাৰ হোৱাত বেদনাহীনভাৱে অস্ত্ৰোপচাৰৰ সম্ভাৱনা—এই দুই কাৰণত তেওঁলোকৰ অস্ত্ৰচিকিৎসাৰ উত্তৰোত্তৰ উন্নতি হৈছিল।

জৰ্জিয়াৰ ডাঃ লঙে (Crawford Williamson Long, 1815-78) নাইট্ৰাছ অক্সচাইড (Nitrous Oxide) গেছ ১৮৪২ চনত সংবেদনহৰণকাৰী দ্ৰব্য হিচাপে ব্যৱহাৰ কৰি ৰোগীৰ ওপৰত অস্ত্ৰপ্ৰয়োগ সুগম কৰিছিল। ১৮৪৪ চনত হোৰেছ ওৱেল্‌ছে (Horace Wells, 1815-48) দন্তচিকিৎসাত নাইট্ৰাছ অক্সচাইড্‌ গেছ ব্যৱহাৰ কৰিছিল। ১৮৪৬ চনত দন্তচিকিৎসক মৰটনে (William Thomas Morton, 1819-68) ডাঃ ৱাৰেণৰ অনুমতিত মাচাচুচেট হস্পিতালত বহুতো চিকিৎসকৰ আগত অস্ত্ৰপ্ৰয়োগৰ সময়ত ইথাৰ (aether) ব্যৱহাৰ কৰি ইয়াৰ কাৰ্য্যকৰিতা প্ৰমাণ কৰিছিল। তেতিয়াৰপৰা ইউৰোপ আৰু আমেৰিকাত ইয়াৰ ব্যৱহাৰ হ'বলৈ ধৰিলে। ১৮৪৭ চনত এডিনবাৰ্গ চহৰৰ জেমছ ছিম্‌পছনে (Sir James Young Simpson, 1811-70) ক্লোৰোফৰ্মৰ (Chloroform) সহায়ত অস্ত্ৰপ্ৰয়োগ বিনাকষ্টে কৃতকাৰ্য্যতাৰে সমাধান কৰিছিল। ভিয়েনাত ১৮৮৪ চনত ফ্ৰয়ড্‌ (Sigmund Freud, 1856-1939) আৰু কলাৰে (Carl Koller) স্থানীয় সংবেদন হৰণকাৰী দ্ৰব্য (Local anaesthetic) হিচাপে কোকেইন (cocaine) ব্যৱহাৰ কৰিছিল।



মধ্যযুগত গাই দ্যা চলিয়াকে (Guy De Chauliac, 1300-67) দন্তচিকিৎসা আৰু দন্তসংৰক্ষণ সম্বন্ধে উপদেশ দিছিল। দন্তচিকিৎসাৰ উন্নতিকল্পে প্ৰচেষ্টা চলোৱা হৈছিল অষ্টাদশ শতিকাত লণ্ডন আৰু পেৰিচ চহৰত। এই চহৰ-দুখনত শিক্ষাপ্ৰাপ্ত হৈ বহুতো দন্তচিকিৎসক আমেৰিকালৈ গৈছিল। ফৰাছীদেশৰ সৈন্যবাহিনীৰ শল্যচিকিৎসক জোছেফ লেমাৰে (Joseph Lemaire) ১৭৮৪ চনত ফিলাডেলফিয়াত দন্ত চিকিৎসাৰ শিক্ষাদান কৰিছিল। আমেৰিকাত উত্তৰোত্তৰ দন্তচিকিৎসাৰ উন্নতি সাধিত হৈছিল। গ্ৰীণউড (John Greenwood) প্ৰেছিডেণ্ট জৰ্জ্জ ৱাছিংটনৰ দন্তচিকিৎসক আছিল। তেওঁ নিজেই পৰিশ্ৰম কৰি এই বিষয়ৰ জ্ঞান আহৰণ কৰিছিল। হেডেন (Horace H. Hayden, 1768-1844) তেওঁৰ অধীনত শিক্ষা নবিচ আছিল। হেডেনে বুজিব পাৰিছিল যে দন্তচিকিৎসকসকলৰ সাধাৰণ চিকিৎসাবিদ্যাৰ জ্ঞান থকা প্ৰয়োজন। সেয়েহে তেওঁ জেফাৰছন মেডিকেল কলেজত শিক্ষালৈ এম. ডি. ডিগ্ৰী লাভ কৰিছিল। তেওঁ ১৮২৫ চনত মেকিলেণ্ড বিশ্ববিদ্যালয়ত দন্তচিকিৎসা সম্বন্ধে বক্তৃতা দিছিল। আন আন বিশেষজ্ঞৰ লগ লৈ ১৮৪০ চনত বাল্টিমোৰ দন্তচিকিৎসাৰ কলেজ স্থাপন কৰিছিল। এই কলেজে ডি. ডিঃ এছ. ডিগ্ৰী প্ৰদান কৰিছিল। এই খনেই দন্তচিকিৎসাৰ সৰ্বপ্ৰথম কলেজ।

আমেৰিকাৰ ছাৰ্জন জেনেৰেল জোছেফ কে বাৰ্ণচৰ

(Joseph. K. Barnes) অধ্যৱসায়ত তেওঁৰ অফিছত এটা পুথিভঁড়াল স্থাপিত হৈছিল। এই পুথিভঁড়ালত ২০০০ খন চিকিৎসাবিষয়ক কিতাপ আছিল। ১৮৬৪ চনত বিলিংছ (John Shaw Billings, 1838-1413) এই পুথিভঁড়ালৰ অধিকৰ্তা নিযুক্ত হৈছিল। তেওঁৰ অধ্যৱসায়ত পুথিভঁড়ালটো বাঢ়িবলৈ ধৰিছিল; ১৮৭৬ চনত ইয়াত ৮০,০০০ খন গ্ৰন্থ আছিল। ছাৰ্জন জেনেৰেল পুথিভঁড়ালটো পৃথিবীৰ ভিতৰত আটাইতকৈ বিখ্যাত আছিল। অধ্যাপক ওৱেলছে মন্তব্য কৰিছিল যে চিকিৎসা-জগতত আমেৰিকাৰ এই পুথিভঁড়ালটো-ৱেই আটাইতকৈ ডাঙৰ অৱদান। বিলিংছ আৰু ফ্লেচাৰৰ (Robert Fletcher 1823-1912) তত্ত্বাৱধানত ১৮৭৯ চনত ইনডেক্স মেডিকাছ (Index Medicus) আৰু ১৮৮০ চনত ইনডেক্স কেটেলগ (Index Catalogue) প্ৰথম প্ৰকাশিত হৈছিল।

আধুনিক চিকিৎসা-বিজ্ঞানৰ সূত্ৰপাত হোৱাৰ লগে লগে বিকৃতিবিজ্ঞান বা পেথোলজিৰ (Pathology) বিশেষ ভাৱে চৰ্চা হৈছিল। লণ্ডনৰ গাই (Guy) হস্পিতালত টমাছ হজকিন (Thomas Hodgkin, 1798-1866) আৰু ৰিচাৰ্ড ব্ৰাইটে (Richard Bright, 1789-1858) মৃত ৰোগীৰ শৱ-ব্যৱচ্ছেদন কৰি ৰোগৰ লক্ষণৰ লগত শৰীৰৰ বিকৃত যন্ত্ৰ-তন্ত্ৰসমূহৰ ক্ৰিয়াৰ সমন্বয় আনিবলৈ চেষ্টা চলাইছিল। বিচাটৰ নিয়ম অনুসৰি বিকৃতিবিজ্ঞানৰ চৰ্চা



কৰা ইংলণ্ডৰ প্ৰথম বিজ্ঞানী হৈছে হজকিন। গাই হস্পিতালত তেতিয়া বছৰি প্ৰায় ২৫০টা শৱব্যৱচ্ছেদন হৈছিল। ডাব্লিনত কৰিগান (Dominic John Corrigan, 1802-80), ষ্টোকছ (Willam Stokes, 1804-78) আৰু চাইনে (Cheyne) বিকৃতি বিজ্ঞানৰ পৰিপ্ৰেক্ষিতত ৰক্তসঞ্চালন তন্ত্ৰৰ ওপৰত গৱেষণা চলাইছিল। তেওঁলোকৰ ওপৰত ফৰাচী বিজ্ঞানীসকলৰ প্ৰভাৱ পৰিছিল। কাৰ্ল ৰকিটন্‌চকি (Carl Rokitansky, 1804-1878) আৰু জোছেফ স্কোডা (Joseph Skoda, 1805-1881) এই দুজন ভিয়েনাৰ বিশিষ্ট বিজ্ঞানীয়ে হস্পিতালত বিকৃতি বিজ্ঞানৰ পৰিপ্ৰেক্ষিতত ৰোগীৰ লক্ষণৰ ওপৰত গৱেষণা কৰিছিল। তেওঁলোক দুয়োৰে গৱেষণাৰ ওপৰত ফৰাচীদেশৰ পদ্ধতিৰ প্ৰভাৱ বিশেষভাৱে বৰ্তমান। ৰকিটন্‌চকিয়ে কেবাহাজাৰ শৱব্যৱ-চ্ছেদন কৰিছিল। ৰোগৰ হেতু অস্বাভাৱিক তেজৰ অৱস্থা বুলি তেওঁ মত প্ৰকাশ কৰিছিল। কিন্তু জাৰ্মানীৰ বিকৃতি বিজ্ঞানবিদ ৰুডলফ ভিৰ্কৱে (Rudolf Virchow, 1821-1902) এই মত তন্নতন্নকৈ ফঁহিয়াই ইয়াৰ অবাস্তৱতা প্ৰমাণ কৰি দেখুৱাইছিল। এই সমালোচনাৰ পিছত ৰকিটন্‌চকিয়ে তেওঁৰ মত ত্যাগ কৰিছিল। জাৰ্মানীৰ ভিৰকও এজন শীৰ্ষস্থানীয় বিকৃতিবিজ্ঞানৰ পণ্ডিত আছিল। তেওঁ অণুবীক্ষণ-যন্ত্ৰৰ সহায়ত ৰোগত সংঘটিত শৰীৰৰ কলাসমূহৰ পৰিৱৰ্তন বৰ্ণনা কৰিছিল। তেওঁ নিৰীক্ষা আৰু পৰীক্ষাৰ সংস্কাৰ

ওপৰত বিশ্বাস কৰিছিল তেওঁৰ শাৰীৰবৃত্ত আৰু বিকৃতি বিজ্ঞানৰ অৱদান উচ্চ খাপৰ।

ফৰাছী দেশৰ চিকিৎসা-বিজ্ঞানৰ গৱেষণাৰ পদ্ধতিৰ প্ৰভাৱ ইটালীতো পৰিছিল। সেই দেশৰ জন্তুৰ ওপৰত গৱেষণা চলিছিল। উনবিংশ শতিকাৰ আগভাগলৈকে বাহিৰত চিকিৎসাবিজ্ঞানৰ গৱেষণা বিশেষভাৱে হোৱা নাছিল। সেই দেশলৈ আন দেশৰপৰা চিকিৎসক আহিছিল। বাহিৰৰ চিকিৎসাবিজ্ঞান ফৰাচী দেশৰ প্ৰভাৱৰপৰা মুক্ত আছিল।

ফৰাছীদেশত চিকিৎসা-বিজ্ঞানৰ উত্তৰোত্তৰ গৱেষণা আৰু আধুনিক পদ্ধতিত শিক্ষাদান হোৱা সত্বেও উনবিংশ শতিকাৰ প্ৰথম ভাগত নিকটৱৰ্তী জাৰ্মানীত চিকিৎসা-বিজ্ঞানৰ বিশেষ উন্নতি হোৱা নাছিল। নেপোলিয়ানৰ আক্ৰমণৰ ফলত জাৰ্মানসকলৰ ফৰাছীদেশৰ প্ৰতি বিৰূপ ভাৱ গঢ়ি উঠিছিল। জাৰ্মানসকল দাৰ্শনিক মনোভাব সম্পন্ন; তেওঁলোকে পৰীক্ষা, অভিজ্ঞতাৰ ওপৰত বেছি মূল্য নিদিছিল; কিন্তু কেইজনমান জাৰ্মানবিজ্ঞানীয়ে দেখিছিল যে সময়ৰ সোঁতত আগুৱাই যাবলৈ হ'লে ফৰাছীদেশৰ বিজ্ঞান পদ্ধতিৰ আলমতহে গৱেষণা কৰা প্ৰয়োজন। দাৰ্শনিক মতবাদী চিকিৎসক কেনেকৈ অভিজ্ঞতাবাদী হৈছিলগৈ তাৰ পটন্তৰ পোৱা যায় মুলাৰৰ (Johannes Muller, 1801-1855) বেলিকা। তেওঁ এজন দাৰ্শনিক মতবাদী জাৰ্মান আছিল; কিন্তু তেওঁ যেতিয়া দেখিছিল যে ফৰাছীৰ বৈজ্ঞানিক অভিজ্ঞতাসাপেক্ষ গৱেষণাতহে চিকিৎসা-বিজ্ঞানত উন্নতি সাধন কৰিব পৰা যায়, তেতিয়া তেওঁ দাৰ্শনিক মতবাদ এৰি অভিজ্ঞতাবাদী বৈজ্ঞানিক হৈছিল। তেৱেঁই জাৰ্মানীত আধুনিক বৈজ্ঞানিক পদ্ধতি প্ৰচলন কৰা প্ৰথম মুখ্য বিজ্ঞানী আছিল। তেওঁ হ্যাণ্ডবুচ (Handbuch) নামেৰে শৰীৰ তত্ত্বৰ এখন গ্ৰন্থ ৰচনা কৰিছিল। এই গ্ৰন্থখনৰ ওপৰত এনেধৰণৰ মন্তব্য দিয়া হৈছিল, "So far as Germany was concerned, it denoted a turning away from natural philosophy towards observation and experiment." তেওঁ এজন শাৰীৰস্থানবিদ্ আছিল। তেওঁৰ দেহকলাৰ (Histology) অৱদান উচ্চখাপৰ। জাৰ্মানী দাৰ্শনিক মতবাদৰপৰা পৰীক্ষা-নিৰীক্ষালৈ অহাৰ নিদৰ্শন এই কিতাপখন। মুলাৰে ৰুড্‌লফিৰ (Rudolphi) অধীনত কাম কৰিছিল। ৰুড্‌লফিয়ে আগেয়ে দাৰ্শনিক মতবাদ বিশ্বাস কৰিছিল; পিছলৈ তেওঁ অভিজ্ঞতাৰ ওপৰতহে মূল্য দিছিল। লিবিগ (Justus Von Liebig, 1803-73) আৰু হামব'ল্ট (Alexander Von Humboldt) আদি বিজ্ঞানীসকলে পেৰিছৰ বৈজ্ঞানিক পদ্ধতি অনুসৰণ কৰি গৱেষণা কৰিবলৈ ধৰিছিল। ১৮০০ চনত জাৰ্মানীত যন্ত্ৰ-পাতিৰে সুসজ্জিত ২০ খন বিখ্যাত বিশ্ববিদ্যালয় আছিল; এই বিশ্ববিদ্যালয়

সমূহে গৱেষণা নিয়ন্ত্ৰণ, তাৰ দিক নিৰ্ণয় আৰু সাহায্য দান কৰিছিল। সেই সময়ত ইংলণ্ড, আমেৰিকা, ফ্ৰান্স আদি দেশত এনে মানসম্পন্ন বিশ্ববিদ্যালয় নাছিল। ১৮২৫ চনত জাৰ্মানীত সুসজ্জিত প্ৰয়োগশালা (Laboratory) স্থাপিত হৈছিল; তাৰ লগতে ৰসায়ন বিজ্ঞানৰ প্ৰয়োগশালা (Chemical Laboratory) থকাৰ কাৰণে গৱেষণাৰ কাৰণে সুবিধা হৈছিল। এনে ব্যৱস্থা আন দেশত নাছিল। জাৰ্মানীৰ ফৰাছী ভাৱাপন্ন বিজ্ঞানীসকল আগেয়ে কান্ত (Kant), আৰু হেগেল (Hagel) আদি দাৰ্শনিকসকলৰ মতবাদৰদ্বাৰা প্ৰভাৱান্বিত আছিল। সেই কাৰণে যুক্তিৰদ্বাৰা স্থাপিত মতবাদক প্ৰয়োগশালাত বা পৰীক্ষাৰদ্বাৰা প্ৰমাণিত কৰিবলৈ চেষ্টা কৰিছিল। ফলত যুক্তিবাদ আৰু অভিজ্ঞতাবাদৰ সমন্বয় ঘটিছিল। এই সময়ত জাৰ্মানীৰ চিকিৎসা-বিজ্ঞানে আন দেশৰ চিকিৎসা-বিজ্ঞানতকৈ বেছি দ্ৰুতগতিৰে আগুৱাই যাবলৈ ধৰিলে। ১৮৪৭ চনত বাৰ্লিনত ব্ৰুক, লাডউইগ আৰু হেলম্‌হটজ (Brucke, Ludwig and Helmholtz) এই তিনিজন বিজ্ঞানী মিলিত হৈ ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানৰ ভিত্তিত শৰীৰ বৃত্ত বিচাৰ কৰিবলৈ স্থিৰ কৰিছিল। হেলম্‌হলটজ এজন পদাৰ্থ বিজ্ঞান বিশাৰদ আছিল; তেওঁ পদাৰ্থ বিজ্ঞানৰ ভিত্তিত শাৰীৰ তত্ত্বৰ ওপৰত গৱেষণা কৰি বিশেষ অৰিহণা যোগাইছিল। তেওঁ পিছলৈ নিৰীক্ষা আৰু প্ৰদত্তকৰ



মূল্যাংকণৰ ক্ষেত্ৰত উন্নততৰ পদ্ধতি উলিয়াইছিল। জাৰ্মান শাৰীৰবৃত্তবিদসকলে গৱেষণা কৰি থকাৰ সময়তেই পেৰিছত ক্লড্ বাৰ্ণাৰ্ডে (Claude Bernard, 1813-1878) পাচক-তন্ত্ৰ, ৰক্ত আৰু স্নায়ুতন্ত্ৰৰ ওপৰত মূল্যবান গৱেষণা কৰিছিল।

চিকিৎসা-গৱেষকসকলে মনোনিৱেশ কৰিছিল ৰোগ-সমূহক প্ৰণালীবদ্ধ কৰিবলৈ আৰু ব্যক্তিগতৰোগৰ নিৰাময়ৰ কাৰণে। সামাজিক ৰোগ আৰু তাৰ নিবাৰণৰ কাৰণে প্ৰচেষ্টা চলা নাছিল। পিটাৰ ফ্ৰেংকে (Johann Peter Frank, 1745-1821) জনস্বাস্থ্য বিজ্ঞান আৰু সেই সম্পৰ্কে কানুন প্ৰণয়নৰ প্ৰয়োজনীয়তা উপলব্ধি কৰিছিল। তেওঁ বুজিছিল যে ৰাষ্ট্ৰই সমাজৰ সুস্থতাৰ কাৰণে দায়িত্ব গ্ৰহণ কৰিলেহে ব্যক্তি আৰু দেশৰ উন্নতি হ'ব আৰু এই উদ্দেশ্য পূৰণৰ কাৰণে যথাযথ কানুন প্ৰণয়নৰ প্ৰয়োজন। তেওঁৰ এই প্ৰত্যয়ৰ ফলস্বৰূপে তেওঁ মেডিছিনিচ পলিজি (Medicinische Polizey, 1779-1827) নামৰ বিখ্যাত জনস্বাস্থ্য বিষয়ৰ গ্ৰন্থ ৯ খণ্ডত প্ৰণয়ন কৰিছিল। স্বাস্থ্য নীতিৰ কানুন প্ৰণয়নৰ তেওঁ প্ৰধান বাটকটীয়া আছিল। শিল্প বিপ্লৱৰ লগে লগে মানুহৰ মাজত ৰোগৰ বিস্তাৰ হৈছিল; থকাঘৰ, ৰাস্তাঘাট, খোৱাপানী, আহাৰ আদিয়ে অতি নিকৃষ্ট স্তৰ পাইছিল; ৰোগৰ প্ৰবলতা বাঢ়িছিল। ৰাষ্ট্ৰ আৰু শিল্পৰ মালিকসকলৰ মাজত ৰোগৰ

মহামাৰীয়ে সন্ত্রাসৰ সৃষ্টি কৰিছিল। ১৭৯৩ চনত হোৱা ইয়েলো ফিভাৰত ( Yellow fever ) আমেৰিকাৰ ফিলাডেলফিয়াত বহুতো লোকৰ প্রাণহানি হৈছিল ; ভাৰতবৰ্ষত কলেৰা ৰোগে সময়ে সময়ে মহামাৰী ৰূপ ধাৰণ কৰিছিল ; যাতায়াতৰ সুবিধা আৰু বেহা-বেপাৰৰ বিস্তৃতিৰ লগে লগে কলেৰা মহামাৰীয়ে ১৮১৬ চনত এছিয়া মহাদেশত বিয়পিছিল । ১৮৩০ চনত কলেৰাই ৰুছিয়াত দেখা দিছিল ; তাৰ পিছত ১৮৩১ চনত ইংলণ্ডত কলেৰা ৰোগত বহু মানুহে প্রাণ হেৰুৱাইছিল ; ক্রমে এই ৰোগ ইউৰোপ, কানাডা আৰু আমেৰিকালৈ বিয়পিছিল ; মানুহৰ মনত ত্রাসৰ উদয় হৈছিল। ১৮৪৮ চনত জাৰ্মানীৰ শিল্পপ্রধান নগৰ ছিলেচয়াত টাইফয়ড ৰোগত বহুত মানুহৰ মৃত্যু হৈছিল। চৰকাৰে ৰুদলফ্ ভিৰকওৰ ওপৰত এই প্রাদুর্ভাৱৰ বিষয়ে তন্নতন্নকৈ অনুসন্ধান কৰি এখন প্রতিবেদন দাখিল কৰিবলৈ দায়িত্ব দিছিল। ভিৰকয়ে প্রাদুর্ভাৱৰ ওপৰত অনুসন্ধান চলাই অস্বাস্থ্যকৰ পৰিৱেশেই এই প্রবলতা আৰু বিস্তৃতিৰ কাৰণ আৰু স্বাস্থ্যকৰ পৰিবেশৰপৰাহে এই প্রাদুর্ভাৱ নিয়ন্ত্রণ, ৰোধ আৰু নিবাৰণ কৰিব পাৰি বুলি প্রতিবেদনত মত প্রকাশ কৰিছিল। ১৮৬১ চনৰপৰা ১৮৭০ চনলৈকে অকল লণ্ডনৰ জ্বৰ-হস্পিতালতেই ১৪০০ জন টাইফয়ড ৰোগী ভর্তি হৈছিল ; ইয়াৰ উপৰিও কুষ্ঠ, প্লেগ আদি মাৰাত্মক ৰোগৰদ্বাৰা আক্রান্ত বহুতো ৰোগী



আছিল। চিকিৎসা-বিজ্ঞানীসকলে সামাজিক ৰোগ নিয়ন্ত্রণ আৰু নিবাৰণৰ প্রয়োজনীয়তাৰ বিষয়ে পতিয়ন গৈ ইয়াৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল আৰু প্রয়োজনীয় কাৰ্যক্রম হাতত ল'বলৈ আগুৱান হৈছিল। অধিবক্তা চাড্উইক (Sir Edwin Chadwick, 1800-90 ), স্মিথ (Thomas Southwood Smith, 1788-1861 ), আৰু তেওঁলোকৰ সহকর্মীসকলে সমাজৰ স্বাস্থ্য বিষয়ক সংস্কাৰ কাৰ্য হাতত লৈছিল। ১৮৪২ চনত ইংলণ্ডত আৰ্ণট (Arnot), কে (Kay) আৰু চাউথউড্ স্মিথে ( Southwood Smith ) লণ্ডনত হোৱা জ্বৰৰ বিষয়ে এটা বিৱৰণ দিছিল। তেওঁলোকে ১৮৪২ চনত জাতীয় স্বাস্থ্য বিষয়ৰ বিতং বিৱৰণী 'পুওৰ ল বোৰ্ডত' ( Poor Law Board ) দাখিল কৰিছিল। ভিলাৰ্মিয়ে ( L. R. Villerme ) ১৮২৮ চনত পেৰিছ নগৰৰ বিভিন্ন অংশত পৰিসংখ্যাৰ ভিত্তিত কেইটামান অনুসন্ধান চলাই পৰিৱেশ আৰু ৰোগৰ ভিতৰত কেনেধৰণৰ সম্বন্ধ তাক দেখুৱাইছিল। ইংলণ্ডৰ উইলিয়াম ফাৰে ( William Farr, 1807—83 ) সামাজিক স্বাস্থ্যনীতি বিষয়ত বিশেষ অৰিহণা যোগাইছিল। তেওঁ স্বাস্থ্য বিজ্ঞানত পৰিসংখ্যাৰ প্রয়োজনীয়তা দেখুৱাইছিল আৰু 'ভাইটেল ষ্টেটিষ্টিকচ্' (Vital Statistics) নামৰ এখন গ্রন্থ ৰচনা কৰিছিল। তেওঁ ৰোগৰ নামকৰণ আৰু সিবোৰক শ্রেণীভুক্ত কৰিছিল। এনেবোৰ গৱেষণাৰপৰা

ৰাষ্ট্ৰ আৰু বিজ্ঞানীসকলে ৰোগৰ ওপৰত সামাজিক পৰিৱেশৰ প্ৰভাৱ আৰু ৰোগ নিবাৰণৰ ব্যৱস্থাৰ গুৰুত্ব সম্বন্ধে পতিয়ন গৈ বিভিন্ন দেশত জাতীয় পৰ্যায়ত স্বাস্থ্য পৰিকল্পনা সমিতি গঠন কৰিছিল আৰু সমাজ আৰু দেশ পৰ্যায়ত পৰিকল্পনা হাতত লৈছিল। এই পৰিকল্পনাবোৰ কাৰ্যকৰী কৰোঁতে দুই এক ঠাই বা ৰাজ্যত বাধাপোৱা গৈছিল যদিও সিবোৰ সময়ত নাইকিয়া হৈছিল। জাৰ্মানীত সামাজিক আৰু ৰোগনিবাৰণ বিষয়ৰ কাৰ্য দ্ৰুত গতিত আগ বাঢ়িছিল। ১৮৭০ চনত এই পৰিকল্পনাই জাৰ্মানীত চেন্সেলাৰ বিচৰ্মাকৰ (Chancellor Bismark) পৃষ্ঠপোষকতা লাভ কৰিছিল। ১৮৭৬ চনত গোটেই ৰাজ্যকে অন্তৰ্ভুক্ত কৰি জাৰ্মানীত প্ৰথম জাতীয় স্বাস্থ্য কেন্দ্ৰ স্থাপিত হৈছিল। দৰাচলতে ১৮৭০ চনৰপৰাই এনে জনস্বাস্থ্যৰ গুৰুত্বৰ বিষয়ে ৰাজ্য আৰু বিজ্ঞানীসকল সজাগ আছিল আৰু দেশসমূহে কম-বেছি পৰিমাণে সক্ৰিয় অংশ গ্ৰহণ কৰিছিল।

নিবাৰক চিকিৎসাবিজ্ঞানৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰে ৰোগৰ কাৰণ আৰু ইয়াৰ সংক্ৰমণৰ পদ্ধতি বা বিস্তৃতি নিৰ্ণয়ৰ ওপৰত। সংক্ৰামক ৰোগৰ ক্ষেত্ৰত ই বিশেষ প্ৰযোজ্য। এই শতিকাত বীজাণু আৰু পৰজীৱীবদ্বাৰা বিস্তৃতি লাভ কৰা বহুতো ৰোগৰ বিষয়ে জ্ঞান লাভ কৰা হৈছিল। সপ্তদশ শতিকাতেই ৰোগৰ কাৰণ জীৱাণু হ'ব পাৰে বুলি বহুতো বিজ্ঞানীয়ে ধাৰণা কৰিছিল। লিৱেনহকে



(Antony Von Leeuwenhock, 1632-1723) প্ৰথমতে অণুবীক্ষণ যন্ত্ৰৰ সহায়ত বীজাণু আৰু পৰজীৱী দেখিছিল আৰু সিহঁতক বৰ্ণনা কৰিছিল। তথাপি ভিয়েনাৰ প্লেনছিজেহে (Anton Plenciz) ১৭৬২ চনত জীৱাণুৱেই ৰোগৰ কাৰণ হ'ব পাৰে বুলি জীৱাণু মতবাদ (Germ Theory) স্থাপন কৰিছিল। সেই সময়ত কুকুৰ, মেকুৰী আদিয়ে ৰোগ বহন আৰু বিস্তাৰ কৰিব পাৰে বুলি বহুতো বিজ্ঞানীয়ে বিশ্বাস কৰিছিল কিন্তু জীৱাণু মতবাদৰ ওপৰত বিশেষ গৱেষণা হোৱা নাছিল। সৰহ সংখ্যক বিজ্ঞানীয়ে বিষাক্ত বাষ্পৰপৰাহে ৰোগৰ সৃষ্টি হয় বুলি ধাৰণা কৰিছিল। ১৮০০—১৮৪০ চনৰ ভিতৰত জীৱাণুৱেই বহুতো ৰোগৰ কাৰণ হ'ব পাৰে বুলি বিশেষ-ভাৱে গৱেষণা চলিছিল। পেজেটে (Sir James Paget, 1814-99) ১৮৩০ চনত ট্ৰিচিনেলা স্পাইৰেলিচ (Trichi-nella Spiralis) নামৰ কীটাণু মানুহৰ শৰীৰত নিদৰ্শন কৰিছিল। ভিৰকও (Virchow) আৰু তেওঁৰ সহকৰ্মীসকলে পৰজীৱী ৰোগৰ কাৰণ হ'ব পাৰে আৰু ই জন্তুৰপৰা মানুহৰ শৰীৰলৈ যাব পাৰে এই মত প্ৰমাণ কৰি দেখুৱাইছিল। বাছি আৰু হেন্‌লিয়ে (Bassi and Henle) কীটাণুৰ (Animalcule) পৰা সংক্ৰামক ৰোগ হ'ব পাৰে বুলি সন্দেহৰ অৱকাশ নথকাকৈয়ে মন্তব্য কৰিছিল। কোনো জীৱাণু ৰোগৰ কাৰণ বুলি ঠাৱৰ কৰিবলৈ কি কি সৰ্ত পূৰণ কৰিব

লাগে তাক ১৮৪০ চনত হেন্‌লিয়ে স্পষ্টকে বিবৃতি দিছিল। এই উক্তিবোৰৰ চূড়ান্ত প্ৰমাণৰ অভাৱ আছিল। শৰীৰত এই বীজাণুবোৰ আপোনাআপুনিয়েই উদ্ভৱ হোৱা বুলি বহুতে ধাৰণা কৰিছিল; জীৱৰ অবিদ্যমানতে জীৱজন্তুৰ সৃষ্টি হ'ব পাৰে বুলি বহু বিজ্ঞানীয়ে ভাবিছিল। ভন হেলমণ্টে (Von Helmont) কৈছিল—"এন্দুৰ এটা তৈয়াৰ কৰিবলৈ হলে এটা পাত্ৰত চাউল-আটাৰ গুড়ি আৰু লেতেৰা কামিজ এটা সিজোৱা" (To produce a rat, cook up a pot containing corn with a dirty shirt) ১৮৫৮ চনলৈকে এনে চিন্তাধাৰাৰ প্ৰচলন আছিল। পেৰিছৰ লুই পেষ্টুৰে (Louis Pasteur, 1822-95) দেখুৱাইছিল যে কেঁচা মদত পক ধৰে (Fermented) কিন্তু নিৰ্বীজন (উতলাই) কৰা মদত পক নধৰে। ইয়াৰদ্বাৰা মদ পকধৰাৰ কাৰণ জীবাণু বুলি তেওঁ মন্তব্য কৰিছিল। বহুত দিনৰপৰাই বিজ্ঞানীসকলে মদ পক ধৰা আৰু ঘা পকনি ধৰা একে পৰ্যায়ৰ ক্ৰিয়া বুলি বিশ্বাস কৰিছিল; সেয়েহে ঘা পকনি ধৰাৰ কাৰণো জীৱাণু হ'ব পাৰে বুলি তেওঁলোকে ভাবিছিল। গ্লাছগোৰ লিষ্টাৰে (Joseph Lister, 1827-1912) ১৮৬৪ চনত অস্ত্ৰোপচাৰ কৰোঁতে কাৰ্বোলিক এছিড ছটিয়াই দি দেখিলে যে কটা স্থানত পকনি নধৰে আৰু কটা ঘা সোনকালে শুকাই যায়। এয়েই নিৰ্বীজন অস্ত্ৰচিকিৎসাৰ সূত্ৰপাত। আমেৰিকাত এই পদ্ধতি ইয়াৰ



প্ৰায় ২০ বছৰ পিছতহে গ্ৰহণ কৰা হৈছিল। ক্ৰমান্বয়ে অন্যান্য ৰোগৰ কাৰণ হিচাপে বিভিন্ন জীৱাণু আবিষ্কৃত হৈছিল আৰু এই গৱেষণা ১৮৮২ চনৰপৰা দ্ৰুতগতিত আগবাঢ়িবলৈ ধৰিছিল। পেৰিছত লুই পেষ্টুৰৰ অধীনত আৰু বাৰ্লিনত জুলিয়াচ কনহিম, ৰবাৰ্ট কক আৰু ফ্ৰিড্‌ৰিক লফ্‌লাৰৰ (Julius Cohnheim, Robert Koch) 1843-1910, Friedrich Loeffle 1852-1915) অধীনত জীৱাণু সম্বন্ধে উচ্চখাপৰ গৱেষণা চলিছিল। হেন্‌ৰি ওৱেলচ্‌ (William Henry Welch, 1850-1834) বাৰ্লিনত শিক্ষা গ্ৰহণ কৰি আমেৰিকাত গৱেষণা কৰিছিল। ১৭৫৫ চনত মস্কোত বিশ্ববিদ্যালয় স্থাপিত হৈছিল; ইয়াৰ লগতে চিকিৎসা অনুষ্ঠান আছিল। কিন্তু এই অনুষ্ঠানত গৱেষণাৰ কাজ অতি নগণ্যহে হৈছিল। নিকোলাই আই পাইৰোগোফ (Nikolai I Pirogoff) ৰুছিয়াৰ সৈন্যবিভাগৰ এজন বিশিষ্ট শল্যচিকিৎসক আছিল। তেওঁ ঊনবিংশ শতিকাৰ মাজভাগত ছেণ্টপিটাৰচ্‌বাৰ্গত মিলিটাৰী মেডিকেল একাডেমি স্থাপন কৰিছিল। তেওঁ জাৰ্মানীত শিক্ষা গ্ৰহণ কৰি এই অনুষ্ঠানত গৱেষণা কৰিছিল। এই অনুষ্ঠানখন ৰাছিয়াৰ ভিতৰত এখন প্ৰসিদ্ধ চিকিৎসা বিষয়ৰ গৱেষণাগাৰ আছিল। ১৮৭০ চনৰ পিছত ৰুছিয়াৰ বিজ্ঞানীসকলে পেৰিছ আৰু বাৰ্লিনত শিক্ষা গ্ৰহণ কৰি গৱেষণাত মনোনিৱেশ কৰিছিল। ১৮৭৫ চনৰপৰা আইভান এম চেকেনভ

(Ivan M Sechenov) আৰু তেওঁৰ সহকৰ্মীসকলে স্বাধীন-ভাৱে গৱেষণা কৰিবলৈ ধৰিছিল। আইভান পি পাভলভৰ (Ivan P. Pavlov, 1849-1936) শাৰীৰবৃত্তৰ গৱেষণাই সমগ্ৰ জগতৰেই স্বীকৃতি লাভ কৰিছিল। এছিয়াৰ দেশ-সমূহৰ ভিতৰত জাপানত গৱেষণা হৈছিল। নাগাচাকিৰ চিকিৎসাকেন্দ্ৰত উন্নত ডাট্‌চ পদ্ধতিত গৱেষণা চলিছিল। পিছলৈ জাৰ্মানীত উন্নতৰ গৱেষণা হোৱাৰ লগে লগে জাপানী চিকিৎসকসকলে জাৰ্মানীত শিক্ষা গ্ৰহণ কৰিছিল। ১৮৭০ চনৰপৰা জাপানত জাৰ্মানীৰ পদ্ধতিৰে গৱেষণা হৈছিল। কিটাচেটো আৰু চিগা (Baron Shibasaburo Kita-sato and Kiyoshi Shiga) নামৰ দুজন বিখ্যাত বিজ্ঞানী গৱেষক আছিল। কিটাচিটোৱে ৬ বছৰ কাল ৰবাৰ্ট কৰ অধীনত শিক্ষা লাভ কৰিছিল। তেওঁ প্লেগৰ বীজাণু আৱিষ্কাৰ কৰিছিল আৰু ধনুষ্টংকাৰ ৰোগৰ এন্টিটক্‌চিন (Antitetanic serum) তৈয়াৰ কৰিছিল। ১৮৮৩ চনত ইজিপ্ত আৰু ভাৰতবৰ্ষত কলেৰা মহামাৰীয়ে দেখা দিছিল। ৰবাৰ্ট কক আৰু গেফ্‌কিয়ে (Robert Kock 1843-1910 and Georg Geffky, 1850-1918) ইজিপ্তত কলেৰা ৰোগীৰ মলৰপৰা কলেৰা ৰোগৰ বীজাণু আৱিষ্কাৰ কৰিছিল; পিছত ৰবাৰ্ট ককে ভাৰতবৰ্ষত পৰীক্ষা কৰি এই ৰোগ কেনেকৈ বিয়পে তাক দেখুৱাইছিল। ৰবাৰ্ট ককে যক্ষ্মাৰোগৰ বীজাণু আৱিষ্কাৰ কৰিছিল। ক্ৰমে



বীজাণুবীদ্‌সকলে বিভিন্ন ৰোগৰ বীজাণু আৱিষ্কাৰ কৰিবলৈ ধৰিলে। ৰবাৰ্ট ককে ১৮৭৮ চনত এন্‌থ্ৰাক্‌ছ (Anthrax) বীজাণুৱে জন্তুৰ ৰোগ জন্মায় বুলি প্ৰমাণ কৰিছিল। এলবাৰ্ট নাইচাৰে (Albert Neisser, 1855-1916) গণোৰিয়াৰ বীজাণু আৱিষ্কাৰ কৰিছিল। ১৮৭৯ চনত লুই পেষ্টুৰ আৰু ষ্টাৰ্ণবাৰ্গে (Louis Pasteur 1822-95 and Sternburg) নিউমোকক্কাচ, ১৮৮১ চনত ক্লেবচ আৰু লফ্‌লাৰে (Edwin Klebs and Friedrich Loefler) ডিফ্‌থেৰিয়াৰ বীজাণু, ১৮৮৩ চনত গেফ্‌কিয়ে (Gaffky) টাইফয়ড ৰোগৰ বীজাণু, ১৮৮৪ চনত কিটাচিটোৱে ধনুষ্টংকাৰৰ বীজাণু, ১৮৮৪ চনত আৰু প্লেগৰ বীজাণু ১৮৯৪ চনত আৰু চৰ্ডিন (Fritz Richard Schaudin 1871-1906) ১৯০৫ চনত চিফিলিচৰ বীজাণু আৱিষ্কাৰ কৰিছিল। ১৮৭৯ চনত ছাৰ পেট্ৰিক মেন্‌ছনে (Sir Patrick Manson, 1844-1922) দেখুৱাইছিল যে মহৰপৰা ফাইলেৰিক্স ৰোগ বিয়পে। মেলেৰিয়া বীজাণু আলজেৰিয়াৰ লেভাৰেণে (Alphonse Laveran, 1845-1922) আৱিষ্কাৰ কৰিছিল আৰু ১৮৯৮ চনত গ্ৰাছীয়ে (Giovanni Grassi 1854-1925) ভাৰতবৰ্ষত দেখুৱাইছিল যে এনোফেলিছ মহে মেলেৰিয়া ৰোগ বিয়পায়। পীত জ্বৰৰ কাৰণ উলিয়াবলৈ পৰীক্ষা-নিৰীক্ষা চলাওঁতে দুজন বিশিষ্ট গৱেষক লেজিয়াৰ (Jesse

Lazear, 1866-1900) আৰু নগুচি (Hideyo Noguchi, 1876-1928) পীত জ্বৰত প্ৰাণ হেৰুৱাইছিল। ষ্টোক্‌চ (Stokes), ইয়ং (Young) আৰু মায়াৰচ্ (Myers) এই তিনিজন বিজ্ঞানীয়েও পীতজ্বৰৰ গৱেষণা কৰোঁতে প্ৰাণ হেৰুৱাইছিল। ৱাল্‌টাৰ ৰীডৰ (Walter Reed, 1851-1902) অধীনত অনুসন্ধানৰপৰা পীতজ্বৰৰ বিস্তৃতি মহৰদ্বাৰা হয় বুলি প্ৰমাণিত হৈছিল। বীজাণু আৱিষ্কাৰ হোৱাৰ লগে লগে আৰু ছিটাৰপৰা বসন্ত ৰোগ প্ৰতিৰোধ হোৱাৰ সূত্ৰলৈয়েই শৰীৰৰ প্ৰতিষেধক শক্তি কেনেকৈ বঢ়াব পৰা যায় তাৰ গৱেষণা চলিছিল। ক্ৰমে বসন্তৰোগ, জলাতংকৰোগ, ডিফ্‌থেৰিয়া, ধনুষ্টংকাৰ, যক্ষ্মাৰোগ, হুপিংকাহ, কলেৰা, টাইফয়ড, আদি ৰোগ নিবাৰণৰ কাৰণে গৱেষণাৰ ফলত মৃত বা শক্তিহীন বীজাণু বা সিহঁতৰপৰা নিংসৃত পদাৰ্থৰপৰা সক্ৰিয় ৰোগপ্ৰতিৰোধক ব্যৱস্থাৰ প্ৰচলন হ'বলৈ ধৰিলে। এই ব্যৱস্থা বিশেষ কাৰ্যকৰী হৈছে। ইয়াৰ লগতে ডিফ্‌থেৰিয়া, ধনুষ্টংকাৰ আদি ৰোগ চিকিৎসাৰ কাৰণে প্ৰতিৰোধক পদাৰ্থ ব্যৱহাৰ হ'ল। ইয়াৰ পিছৰ পদক্ষেপ হৈছে শৰীৰত থকা বীজাণু ধ্বংস কৰা। পল আৰ্‌লিকে (Paul Ehrlich, 1854-1915) ১৯১০ চনত বাৰ্লিন হস্পিতালত আৰ্চেনিকৰ যৌগিক পদাৰ্থ ছাল্‌ভাৰছনৰ (Salvarsan) দ্বাৰা চিফিলিচৰ ৰোগীক আৰু আফ্ৰিকাৰ নিদ্ৰাৰোগৰ (Sleeping sickness) দ্বাৰা আক্ৰান্ত ৰোগীক



চিকিৎসা কৰি সুফল পালে। ৰাসায়নিক পদাৰ্থৰে শৰীৰৰ হানি নকৰাকৈ বীজাণু ধ্বংস কৰিব পাৰি তাৰ প্ৰমাণ পোৱা গ'ল। এই গৱেষণাৰপৰা চিকিৎসাবিজ্ঞানৰ অশেষ উন্নতিসাধনৰ সূত্ৰপাত হ'ল।

—o—

## বিশেষ বিশেষ বিভাগ (Specialities)

চিকিৎসা-বিজ্ঞানৰ ওপৰত্ত গৱেষণা হৈ থকাৰ কাৰণে এই বিজ্ঞানৰ বিভিন্ন বিভাগৰ পৰিসৰ আৰু গভীৰতা বাঢ়িবলৈ ধৰিলে। ফলত একেজন চিকিৎসকে সকলো বিষয়তে পাৰদৰ্শিতা লাভ কৰিব নোৱাৰা হ'ল। এই পৰিস্থিতিৰ ফলস্বৰূপে ভেষজ চিকিৎসা (Medicine) আৰু শল্য বা অস্ত্ৰ চিকিৎসা (Surgery) এই দুই মূল বিষয়ৰ সৰু সৰু বিভাগত গবেষণা আৰু বিবেচনা কৰা হল; এই বিভাগবোৰৰ বিজ্ঞানী চিকিৎসকসকলক সেই বিষয়ৰ বিশেষজ্ঞ বুলি গণ্য কৰা হয়।

বিকৃত বিপাক জনিত (Disorder of metabolism) ৰোগৰ গৱেষণাৰ সূত্ৰপাত হয় জাৰ্মানীৰ লিবিগ (Justus von Liebig, 1803-78) আৰু নওনিৰ (Bernhard Naunyn 1839-1925) পৰা। বহুমূত্ৰৰোগ বিষয়ত আলেকজন্দ্ৰিয়াৰ এৰেটেৰাচ (Aretaeus, Second Century) ইংলণ্ডৰ টমাছ উইলিছ (Thomas Willis, 1621-75), টৰণ্টোৰ বেন্টিং আৰু ৱেষ্টৰ (Frederick Banting



1891-1841 and Herbert Best 1899) নাম উল্লেখযোগ্য। নলীহীন গ্ৰন্থি বিজ্ঞানৰ (Endccrinology) ক্ষেত্ৰত ফৰাছীৰ ক্লড্ বাৰ্ণাৰ্ড (Claude Bernard, 1813-90), আৰু এডিনবাৰ্গৰ চেফাৰে (Edward Sharpey Schafer, 1850-1935) সূত্ৰপাতক হয়। পুষ্টি বিজ্ঞানত (Nutrition) হপকিন্‌ছে (Frederick Gowland Hopkins 1861-1947) বিশেষ অৰিহণা যোগায়।

হৃৎবিজ্ঞানৰ (Cardiology) উন্নতি সাধন হয় শাৰীৰবৃত্ত, শাৰীৰস্থান আৰু চিকিৎসা-বিজ্ঞানৰ উন্নতি হোৱাৰ লগে লগে। উইলহেলম হিজে (Wilhelm His of Basel, 1863-1934) হৃৎপিণ্ডৰ সংকোচন পেশীজাত বুলি দেখুৱাইছিল। হৃৎপিণ্ডৰ সংকোচনৰ ফলত বিদ্যুৎশক্তি উৎপন্ন হয় বুলি লণ্ডনৰ ৱালাৰে (Augustus Waller of London, 1859-1922) প্ৰমাণ কৰিছিল। ইয়াৰপৰা ই, ছি, জিৰ (E. C. G.) সূত্ৰপাত হয়। কেম্ব্ৰিজৰ গেছ্‌কেলে (Walter Halbrook Gaskell of Cambridge, 1847-1914) হৃৎপিণ্ডৰ স্নায়ুযোগান বিষয়ত গৱেষণা কৰিছিল। হৃৎপিণ্ডৰ ওপৰত ক্ৰিয়াকাৰক ভেষজৰ গৱেষক আছিল ব্ৰন্টন (Lander Brunton of London, 1844-1916), ফ্ৰেজাৰ (Thomas Richard Fraser of Edinbargh, 1941-1920) আৰু কাচনি (Arthur Robertson Cushny of London, 1866-1926)।

মেকেন্‌জিয়ে (James Mackenzie of Lancashire, 1853-1925) ১৯০২ চনত পলিগ্ৰাফ আৱিষ্কাৰ কৰিছিল। অ'ৱেনব্ৰুগাৰে (Leopold Auenbrugger of Vienna, 1722-1809) পাৰ্কাছন (Percussion) পদ্ধতি আৰু লিনেকে (Rene Theophils Hyacinthe Laennec of France, 1781-1826) ষ্টেথোস্কোপেৰে (Stethocope) হৃৎপিণ্ডৰ ৰোগ নিৰ্ণয়ত অৰিহণা যোগাইছিল। পোটেইন (Pierre Carl Potain of Paris, 1825-1901), এলবাট (Thomas Clifford Allbutt of Cambridge, 1836-1925) ফ্লিণ্ট (Austin Flint of America, 1812-86) আৰু ড্য কোষ্টা (Jacob Da Costa of America, 1833-1900) উচ্চস্তৰৰ হৃৎৰোগৰ বিশেষজ্ঞ চিকিৎসা-বিজ্ঞানী আছিল।

শিশু-স্বাস্থ্যবিজ্ঞানৰ প্ৰথম বাট দেখাওঁতা হৈছে চাৰ্লছ ৱেষ্ট (Charles West of London, 1816-1898); তেওঁ ১৮৫২ চনত লণ্ডনৰ গ্ৰেট অৰমণ্ড ষ্ট্ৰীটত শিশুৰ হস্পিতাল স্থাপন কৰিছিল। ফ্ৰেডাৰিক ষ্টীল (George Frederick Still, 1868-1941) সেই হস্পিতালৰ এজন প্ৰখ্যাত শিশু-স্বাস্থ্যবিশাৰদ আছিল। এডিনবাৰ্গত টমছন (John Thomson of Edinburgh, 1856-1926), জাৰ্মানীত হেনক (Edward Heinrich Henoch of Berlin, 1820-1910) আমেৰিকাত আব্ৰাহাম জেকবি



(Abraham Jacobi of Newyork, 1830-1919), টমাছ ৰ'টচ (Thomas Morgan Rotch of America, 1849-1914) আৰু অটো হিউব্‌নাৰ (Otto Heubner of Germany, 1813-1926) বিখ্যাত শিশু-স্বাস্থ্যবিশাৰদ আছিল।

স্নায়ুৰোগ এটা বিশেষ বিভাগ হিচাপে চিকিৎসা শাস্ত্ৰত অৰিহণা যোগাইছিল জাৰ্মানীৰ বম্‌ব্ৰাৰ্গে (Moritz Heinrich Bomberg of Germany, 1795-1873)। ইয়াৰ আগতে এই বিভাগৰ দুই-এবিধ ৰোগৰ বৰ্ণনা দিছিল ১৭৬৮ চনত হুইট [Robert Whytt of Edinburgh, 1714-66), ১৭৭০ চনত কটুগ্‌নো (Domenico Cotugno of Naples, 1736-1822) আৰু ১৮৯৭ চনত পাৰ্কিনছনে (James Parkinson of London)। স্নায়ুবিজ্ঞানৰ সন্দৰ্ভত কেইগৰাকীমান বিশেষজ্ঞৰ নাম উজ্জ্বল হৈ আছে। ফ্ৰান্সৰ ডাচেন (Duchenne of Paris, 1806-1875), চাৰকো (Charcot of Salpetriere, 1825-93), মেৰি (Marie of Paris, 1849-1917), বেবিন্‌স্কি (Babinski of Paris, 1851-1932); আমেৰিকাৰ মিট্‌চেল (Mitchell of Philadelphia, 1829-1914); ইংলণ্ডৰ জেকছন্ (Jackson of London, 1834-1911) আৰু গাৱাৰছ (Gowers of London, 1845-1915); স্পেইনৰ গল্‌গি (Golgi of Spain, 1844-1926), আৰু কাজল (Cajal of Madrid, 1852-1934)।

পিনেল [Philippe Pinel of Paris, 1745-1826] আছিল এজন সাহসী চিকিৎসক; তেওঁ মানসিক বিকাৰগ্ৰস্ত লোকৰ প্ৰতি থকা পুৰণি নিৰ্দয় মনোভাবৰ বান্ধোন ছিঙি নতুনৰ সন্ধান দিছিল। আগেয়ে এনে ৰোগীসকলক শিকলিৰে বান্ধি ৰখা হৈছিল। বহু মানুহৰ বিৰোধিতা সত্ত্বেও এৱেঁ ৰোগীসকলৰ গাৰপৰা শিকলি গুচাই চিকিৎসা কৰিছিল। উইলিয়াম টিউক (William Tuke) এজন মানৱ প্ৰেমিক আছিল; তেওঁ চিকিৎসক নাছিল। তেওঁ ১৭৯২ চনত ইয়ৰ্কত ইয়ৰ্ক আশ্ৰয় আবাস [York Ratreat] স্থাপন কৰিছিল; আৰু ইয়াত মানসিক বিকাৰগ্ৰস্ত ৰোগীক ৰাখি চিকিৎসাৰ ব্যৱস্থা কৰিছিল। মানুহৰ মনোভাব এনে ৰোগীৰ প্ৰতি লাহে লাহে সলনি হ'বলৈ ধৰিলে আৰু এনে লোকক কাৰাগাৰৰ যোগ্য অপৰাধী বুলি গণ্য নকৰি হস্পিতালৰ যোগ্য ৰোগী বুলি বিবেচনা কৰিবলৈ ধৰিলে। ক্লষ্টন (Clouston of Edinburgh, 1840-1915), ক্ৰেপলিন (Kraepelin of Germany, 1856-1926) আৰু ফ্ৰয়ড (Sigmund Freud of Vienna, 1855-1937) এই বিষয়ত চিৰস্মৰণীয় বিজ্ঞানী।

চকুৰোগৰ গৱেষণাৰ আৰম্ভণি হয় ১৮৫১ চনত হেলমহলটজৰ (Helmholtz of Germany, 1821-94) ১৮৫১ চনত অফথেল্‌মোস্কোপ (Ophthalmoscope) আৱিষ্কাৰৰপৰা। টমাছ ইয়ং (Thomas Young, 1773-1829) ইংলণ্ডৰ এজন বিশিষ্ট চকুৰোগ বিজ্ঞানী আছিল। ইংলণ্ডৰ বওমেন (Bowman, 1816-92), গ্লাছ্‌গোৰ মেকেন্‌জি (Mackenzie, 1791-1868), এডিনবাৰ্গৰ ৰবাৰ্টছন (Douglas Argyl Robertson, 1837-1909) বাৰ্লিনৰ গ্ৰাফি (Albercht von Graefe, 1828-70) আৰু ভিয়েনাৰ ফুক্‌চৰ (Ernst Fuchs, 1851-1930) নাম এই সম্পৰ্কত বিশেষভাৱে উল্লেখযোগ্য।



পেৰিছ নগৰৰ শাৰীৰস্থানৰ অধ্যাপক ডুভাৰ্নিয়ে [Duverney, 1648-1730] কাণৰ বিভিন্ন অংশৰ ওপৰত এখন গ্ৰন্থ ৰচনা কৰিছিল। এই গ্ৰন্থখন ১৭৩২ চনত জাৰ্মান আৰু ১৭৪৮ চনত ইংৰাজী ভাষালৈ অনুবাদ হৈছিল। ইটালীৰ ভাল্‌ছাল্‌ভাই [Antonio Valsalva, 1660-1723] বধিৰতাৰ বিষয়ে গ্ৰন্থ প্ৰণয়ন কৰিছিল। জেমছ ইয়াৰছ্‌লি (James Yearsley, 1805-1869] নিয়মিত শিক্ষাপ্ৰাপ্ত প্ৰথম কাণ-নাক-ডিঙিৰ বিশেষজ্ঞ আছিল। তেওঁ কৃত্ৰিম কৰ্ণপটহ আৱিষ্কাৰ কৰিছিল। তেওঁৰ কৰ্মস্থল আছিল লণ্ডন। এসময়ত এই বিশেষ বিষয়টোৰ ওপৰত মানুহৰ আস্থা নোহোৱা হৈছিল; কিন্তু টয়নবিয়ে [Joseph Toynbee, 1815-66) অশেষ যত্ন কৰি এই বিভাগটোক নতুনকৈ আকৌ সন্মানিত স্থানত অধিষ্ঠিত কৰিছিল। পেৰিছত পেটিট (Petit, 1674-1750) আৰু ষ্টাৰ্ড (Jean-Marie Gaspard Stard, 1774-1838), জাৰ্মানীত

স্বোৱাৰ্জ আৰু ক্ৰেমাৰ (Schwartze, 1837-1910 and Kramer 1801-76), ভিয়েনাত পলিট্জাৰ (Politzer 1835-1920)—এইসকলো কাণ-নাক-ডিঙিৰ বিশেষজ্ঞ আছিল। পেৰিছত মেনুৱেল গাৰ্ছিয়াই (Manuel Garcia, 1805-1906) লেৰিংগোস্কোপ (Laryngoscope) আৱিষ্কাৰ কৰিছিল ১৮৫৫ চনত। ভিয়েনাৰ টাৰ্ক আৰু জাৰ্মেকে (Turck 1810-68 and Czermak, 1828-93) এই যন্ত্ৰ নিয়মিতভাৱে ৰোগ নিৰ্ণয়ত ব্যৱহাৰ কৰিছিল। ভিয়েনাত চিয়াৰি (Ottoker Chiari, 1835-1918) আৰু হেজেকৰ (Markus Hajek 1861-1941) অধীনত স্বৰযন্ত্ৰ বিজ্ঞানৰ (Laryngology) উন্নতি সাধন হৈছিল। ইংলণ্ডৰ মোৰেল মেকেন্‌জি (Morell Mackenzie 1837-92) এই বিভাগৰ এজন প্ৰসিদ্ধ বিজ্ঞানী আছিল। আমেৰিকাত হোৰেছ গ্ৰীণ (Horace Green, 1802-66) আৰু কেভেলিয়াৰ জেক্‌ছনে (Chevalier Jackson,1865-) এণ্ডোস্কোপ (Endoscope) আৱিষ্কাৰ কৰিছিল আৰু ইয়াৰ উন্নতি সাধন কৰিছিল।

ফৰাছীদেশত চৰ্মৰোগৰ বিষয়ে বিশেষভাৱে অধ্যয়ন কৰিছিল লৰীয়ে (Anne Charles Lorry, 1726-83)। সেই দেশৰ আন আন প্ৰসিদ্ধ চৰ্মৰোগ বিজ্ঞানী আছিল আলিবাৰ্ট (Jean Louis Alibert, 1768-1837), ছেবোৰড [Reymond Sabouraud, 1864-1938] আৰু ডেৰিয়াৰৰ



(Jean Darier, 1856-1938)। বৃটিছ চৰ্মৰোগ গৱেষণাৰ অনুষ্ঠান স্থাপিত কৰিছিল উলানে [Robert Willan, 1757-1812]; আনকেইজন এই বিষয়ৰ বিশেষজ্ঞ আছিল উইলছন (Erasmus Wilson, 1809-84), ফক্সচ (Tilbury Fox, 1836-79), ক্ৰকাৰ (Henry Radcliffe Crocker, 1845-1909), হাট্‌চিন্‌ছন (Jonathan Hutchinson, 1828-1913) আৰু জেমিছন (William Allan Jamisson, 1839-1916); ভিয়েনাৰ হেব্ৰা (Ferdinand Hebra, 1816-80), হাম্বাৰ্গৰ উনা (Paul Gerson Unna, 1850-129) আৰু আমেৰিকাৰ উৰচেষ্টাৰ (Noah Worcester, 1812-1847) আৰু হোৱাইট (James White, 1833-1916), পেৰিছৰ ৰিকৰ্ড (Philippe Ricord, 1800-1889) আৰু ফৰ্ণিয়াৰ (Jean Alfred Fournier, 1832-1914) উপদংশ ৰোগৰ বিশেষজ্ঞ আছিল। হামবাৰ্গৰ চ'দিনে (Fintz Richard Schaudinn, 1871-1906) উপদংশ ৰোগৰ বীজাণু আৱিষ্কাৰ কৰিছিল। বাৰ্লিনৰ ৱাছাৰমেনে (August Von Wassermann, 1866-1925) উপদংশ ৰোগ নিৰ্ণয়ৰ প্ৰমাণ পদ্ধতি (Test) উলিয়াইছিল আৰু ফ্ৰাংকফৰ্টৰ আৰলিকে (Paul Ehrlich 1854-1915) এই ৰোগৰ চিকিৎসাৰবাবে দৰব ৬০৬ আৱিষ্কাৰ কৰিছিল।

**অস্ত্ৰ-চিকিৎসাৰ এটা প্ৰধান প্ৰতিবন্ধক আছিল যন্ত্ৰণা;**

এই যন্ত্ৰণাবোধৰ কাৰণে চিকিৎসকসকলে অস্ত্ৰ ব্যৱহাৰ কৰাত বিশেষ অসুবিধা পাইছিল। আফিং, গাঞ্জা, মেন্দ্ৰাগোৰা (Mandragora) খুন্দি পানীত তিয়াই সেই পানীত এটুকুৰা কাপোৰ তিয়াই নাকত বান্ধি দিয়া হৈছিল; ইয়াতে ৰোগী অজ্ঞান হৈছিল আৰু অস্ত্ৰব্যৱহাৰ কৰা সম্ভৱ হৈছিল। এয়ে সংজ্ঞা হৰণৰ (Anaesthesia) আৰম্ভণি। ইয়াৰ উপৰিও সম্মোহন প্ৰণালীত সংবেদন হৰণ কৰা হৈছিল। এই পদ্ধতি ব্যৱহাৰ কৰিছিল মেছ্‌মেৰে (Franz Anton Mesmer, 1734-1815)। এছিৰীয়সকলৰ দিনত কেৰোটিড ধমনী চেপি ধৰি ৰোগীক অজ্ঞান কৰা হৈছিল। মেন্দ্ৰাগোৰাৰ গভীৰ টোপনি আৰু সংবেদন হৰণ কৰা ক্ৰিয়া খ্ৰীষ্টীয় প্ৰথম শতিকাত ডিওচকৰাইডচে (Dioscorides, First Century) উল্লেখ কৰিছিল আৰু বলোনাৰ থিওডৰিকে (Theodoric of Bologna, 1205-98) আফিং, গাঞ্জা আৰু মেন্দ্ৰাগোৰাৰ ৰসেৰে সংবেদন হৰণ কৰি অস্ত্ৰোপচাৰ সুচলৰ সম্ভাৱনা দেখুৱাইছিল। তেওঁক সংবেদন হৰণ বিজ্ঞানৰ জন্মদাতা বুলিব পাৰি। অৱশ্যে এনেবোৰ পদ্ধতিৰ বিশেষ প্ৰচলন নাছিল। ১৭৯৯ চনত ডেভি (Humphry Davy) আৰু ১৮১৫ চনত ফেৰাডেয়ে (Michael Faraday) দেখুৱাইছিল যে নাইট্ৰাছ অক্সাইড (Nitrous Oxide) গেছে মানুহৰ সংবেদনশীলতা নাশ কৰিব পাৰে; ১৮২৪ চনত হিক্‌মানে (Henry Hickman) দেখুৱাইছিল যে কাৰ্বন ডাই



অক্সাইড (Carbon-dioxide) গেছে মানুহক অজ্ঞান কৰিব পাৰে; কিন্তু এই পদ্ধতিবোৰ অস্ত্ৰচিকিৎসা কৰোঁতে ব্যৱহাৰ হোৱা নাছিল। আমেৰিকাত ১৮৪২ চনত লঙে (Crawford Long, 1815-78) জেমছ্ ভেনাবল্ নামৰ ৰোগী এজনৰ ওপৰত নাইট্ৰাছ অক্সাইড গেছ ব্যৱহাৰ কৰি ৰোগীৰ কোনো যন্ত্ৰণা অনুভূতি নোহোৱাকৈয়ে ডিঙিৰ পৰা এটা মেজ কাটি উলিয়াইছিল। অস্ত্ৰচিকিৎসাত এয়েই সংজ্ঞাহৰণকাৰী দ্ৰব্যৰ (Anaesthetic) প্ৰথম ব্যৱহাৰ। হাৰ্টফোৰ্ডৰ হোৰেছ ওৱেলছ (Horace Wells, 1815-46) এজন দন্তচিকিৎসক আছিল। তেওঁ নিজৰ ওপৰত নাইট্ৰাছ অক্সাইড গেছ ব্যৱহাৰ কৰাই তেওঁৰ বন্ধু দন্তচিকিৎসক ৰিগ্‌চৰ (Riggs) দ্বাৰা এটা দাঁত উভলাইছিল; তেওঁ তেতিয়া কোনো যন্ত্ৰণা পোৱা নাছিল। তেওঁ এই গেছৰ সংজ্ঞাহৰণকাৰী ক্ৰিয়া জনসাধাৰণৰ আগত প্ৰদৰ্শন কৰিবলৈ চেষ্টা কৰিছিল; কিন্তু তাত কৃতকাৰ্য্য নহ'ল। তেওঁ তেতিয়া মনৰ বেজাৰত আত্মঘাতী হৈছিল। ১৮৬৯ চনত কল্‌টনে (Colton) এই গেছৰ পুনৰ ব্যৱহাৰ আৰম্ভ কৰিছিল। আমেৰিকাৰ টমাচ মৰটনে (William Thomas Morton 1819-68) সংজ্ঞাহৰণকাৰী দ্ৰব্য হিচাপে ইথাৰ (Aether) ব্যৱহাৰ কৰি সুফল পাইছিল। তেওঁ ১৮৪৬ চনৰ ১৬ অক্টোবৰ তাৰিখে ইয়াৰ কাৰ্যকাৰিতা প্ৰদৰ্শন কৰিবৰ কাৰণে মেচাচুচাট জেনেৰেল হস্পিটালত গিলবাৰ্ট এবট

(Gilbert Abbott) নামৰ ৰোগীৰ ওপৰত ইথাৰ ব্যৱহাৰ কৰিছিল আৰু অস্ত্ৰচিকিৎসক ৱাৰেণক (John Collens Warren) অনুৰোধ কৰি তেওঁৰ হতুৱাই ৰোগীৰ ওপৰত অস্ত্ৰোপচাৰ কৰিছিল। গিলবাৰ্ট এবোতে কোনো যন্ত্ৰণা অনুভৱ কৰা নাছিল। তেতিয়া ডাঃ ৱাৰেণে মন্তব্য কৰিছিল, "ভদ্ৰলোকসকল, এইটো একো ভুৱা নহয়" (Gentlemen, this is no humbug)। এডিনবাৰ্গৰ স্ত্ৰীৰোগৰ অধ্যাপক চিম্‌পচনে (James Young Simpson 1811-70) ইথাৰ ব্যৱহাৰ কৰি সুফল পোৱা নাছিল। লিভাৰপুলৰ ডেভিদ ৱালডি (David Waldie) নামৰ এজন ৰসায়নবিদৰ প্ৰস্তাৱ অনুযায়ী চিমপচনে তেওঁৰ লগৰীয়া কেইজনমানৰ সৈতে ক্লোৰোফৰ্ম (Chloroform) নিজৰ ওপৰত ব্যৱহাৰ কৰিছিল। ফলত তেওঁলোক সকলোৱে অজ্ঞান হৈ পৰি আছিল। চিম্‌পচনে সাৰ পাই দেখিছিল যে তেওঁৰ লগৰীয়াসকল মেজৰ তলত পৰি আছে। ক্লোৰোফৰ্ম যে এটা শক্তিশালী সংজ্ঞাহৰণকাৰী দ্ৰব্য এই বিষয়ে তেওঁ সিদ্ধান্ত কৰি ইয়াক অস্ত্ৰোপচাৰত ব্যৱহাৰ কৰিছিল। ক্ৰমে ইউৰোপ, আমেৰিকা, ইংলণ্ড, স্কটলেণ্ড আদি দেশত সংজ্ঞাহৰণকাৰী দ্ৰব্য অস্ত্ৰপ্ৰয়োগত ব্যৱহাৰ হ'বলৈ ধৰিলে আৰু লগে লগে শল্যচিকিৎসা সুগম হ'ল।

অস্থিৰোগৰ চিকিৎসা বহুদিনৰপৰাই চলি আছিল; ইয়াৰ উত্তৰোত্তৰ উন্নতি হোৱাৰ লগে লগে ই এটা বিশেষ



বিভাগ হিচাপে প্ৰতিষ্ঠাপিত হ'ল। লিভাৰপুলৰ টমাচক (Hugh Owen Thomas 1834–91) এই বিভাগৰ পিতৃ বুলিব পাৰি। তেওঁৰ পূৰ্বপুৰুষসকল অস্থিযোজনা বিষয়ত (Bone-setting) পাৰ্গত আছিল। সৰহদিন অলৰ-অচৰ কৈ ৰাখিলেহে ভঙা হাড় জোৰা লাগে বুলি তেওঁ দেখুৱাইছিল। তেওঁৰ পিছতেই লিভাৰপুলৰ জোন্‌চে (Robert Jones, 1858-1933) প্ৰথম মহাযুদ্ধৰ সময়ত অস্থিৰোগ-চিকিৎসা ক্ষেত্ৰত বিশেষ অৰিহণা যোগাইছিল। এচেক্‌চৰ জন হিলটন (John Hilton, 1804-78) এই বিষয়ত আন এজন বিশিষ্ট চিকিৎসক আছিল। ষ্ট্ৰোমেয়াৰ (George Friedrich Louis Stromeyer, 1804-76) জাৰ্মানীৰ এজন বিশিষ্ট মিলিটাৰী শল্যচিকিৎসক আছিল। তেওঁ অস্থিৰোগ বিশেষজ্ঞ আছিল। এওঁৱেই জাৰ্মানীত অস্থি-চিকিৎসা-বিজ্ঞানৰ প্ৰতিষ্ঠাপক।

লগে লগে স্নায়ুৰোগৰ অস্ত্ৰচিকিৎসাৰ উন্নতি হব'লৈ ধৰিলে। লণ্ডনৰ গড্‌লিয়ে (Rickman Godlee, 1859-1925) মগজুৰপৰা কৃতকাৰ্যতাৰে এটা টেমুনা (Tumour) উলিয়াইছিল ১৮৮৬ চনত। ১৮৮৬ চনত বাৰ্কাৰে (Arthur Barker, 1850-1916) মগজুৰ গাঁৰ (Abscess) কাটিছিল। গ্লাচ্‌গোৰ মেক্‌ৱেনে (William Macewen, 1848-1924) ২৪ টা অস্ত্ৰোপচাৰৰ ভিতৰত ২৩ টাতেই মগজুৰ গাঁৰ কৃতকাৰ্যতাৰে কাটিছিল। লণ্ডনৰ হোৰচ্‌লিয়ে (Victor Horsley,

1857-1916) স্নায়ুৰজ্জুত থকা টেমুনাৰ স্থান নিৰ্ণয় কৰি অস্ত্ৰোপচাৰ কৰিছিল। কিন্ (William Keen, 1837-92) আমেৰিকাৰ এজন প্ৰসিদ্ধ স্নায়ুৰোগৰ শল্যচিকিৎসক আছিল। 'কুচিং' (Harvey Cushing, 1869-1939) এজন অতি বিচক্ষণ স্নায়ুৰোগৰ শল্যচিকিৎসক আছিল। তেওঁ বিকৃতি বিজ্ঞানবিদ্ বিজ্ঞানী আছিল আৰু নিজৰ কৌশলেৰে অস্ত্ৰচিকিৎসা কৰিছিল। ৰোমৰ ডুৰান্তে (Francesio Durante, 1844-1934) আৰু ফৰাছীৰ ব্ৰোকা (Paul Broca, 1824 80) প্ৰসিদ্ধ স্নায়ুশল্যচিকিৎসক আছিল।

মূত্ৰতন্ত্ৰৰোগৰ অস্ত্ৰচিকিৎসাৰ উন্নতি হ'বলৈ ধৰিলে আৰু ই এটা বিশেষ বিভাগ হিচাপে প্ৰতিষ্ঠিত হল। আমেৰিকা, পেৰিছ আৰু বাৰ্লিনৰ অৰিহণা বিশেষ মূল্যবান।

ৰোগ নিৰ্ণয় আৰু চিকিৎসা ক্ষেত্ৰত ৰশ্মিৰ (Rays) অৰদান অতি মূল্যবান। উৰ্জবাৰ্গৰ ফিজিকেল ইন্‌ষ্টিটিউটত (Physical Institute of Wurzburg) ১৮৯৫ চনৰ ৮ নৱেম্বৰত উইলহেলম্ কণৰাড ৰণজনে (Wilhelm Conrad Roentgen, 1845-1923) ৰণজন ৰশ্মি আৱিষ্কাৰ কৰিছিল। ইয়াৰ সহায়ত ৰোগ নিৰ্ণয়কৰণত সুবিধা হয়। কপেন হেগেনৰ ফিন্‌চেনে (Niels Ryberg Finsen, 1860-1904) আল্‌ট্ৰাভায়োলেট ৰশ্মি (Ultra-violet ray) আৱিষ্কাৰ কৰিছিল। ইয়াৰ সহায়ত বহুবিধ চৰ্মৰোগৰ চিকিৎসা সুচল হৈছে। পেৰিছৰ কুৰিদ্বয়ে (Pierre Curie, 1859-1906 and Marie Sklodowska Curie, 1867-1934) ৰেডিয়াম আৱিষ্কাৰ কৰিছিল; ই কেন্সাৰ (Cancer) ৰোগৰ বিশেষ কাৰ্যকৰী। কবাল্টৰ (Cobalt) সহায়ত কেন্সাৰ ৰোগ চিকিৎসাত বহুখিনি অগ্ৰগতি সাধন হৈছে। ক্ৰমে আন আন শক্তিসম্পন্ন ৰশ্মি আৱিষ্কৃত হ'বলৈ ধৰিলে।



এই সময়ৰ চিকিৎসা-বিজ্ঞানত অৰিহণা যোগোৱা বিশিষ্ট বিজ্ঞানীসকলৰ কেইগৰাকীৰ নাম সচৰাচৰতে মনলৈ আহে। তেওঁলোকৰ বিষয়ে সংক্ষেপে জানিবলৈ সকলোৱে ইচ্ছুক হয়।

**শাৰীৰস্থান (Anatomy)**—চাৰ্লচ বেল (Charles Bell, 1774-1842) লণ্ডন আৰু এডিনবাৰ্গৰ ক্ৰমে প্ৰসিদ্ধ শাৰীৰস্থানবিদ্ আৰু শল্যচিকিৎসক আছিল। তেওঁৰ স্নায়ুতন্ত্ৰৰ ওপৰত কৰা অৰদান চিৰস্মৰণীয়। তেওঁ ৱাটাৰ্লু (Waterloo) যুদ্ধৰ সময়ত আহত সৈন্যৰ ওপৰত অস্ত্ৰোপচাৰ কৰিছিল। এডিনবাৰ্গৰ এজন বিশিষ্ট শাৰীৰস্থান বিশাৰদ আছিল বাৰ্কলে (John Barclay, 1758-1826)। এওঁৰ পিছত ৰবাৰ্ট নকচ (Robert Knox 1791-1862) এডিনবাৰ্গৰ বিখ্যাত শাৰীৰস্থানবিদ্ আছিল। তেওঁ মৰা শ কিনি ব্যৱচ্ছেদন কৰিছিল। এই ব্যৱস্থাৰ ফলত লণ্ডন, গ্লাচ্‌গো আদি ঠাইৰপৰা মানুহে কবৰৰপৰা মৰা শ উলিয়াই আনি বিক্ৰী কৰিছিল। বিক্ৰীৰ কাৰণে অন্ততঃ ১৬ জন মানুহক নিহত কৰা হৈছিল। ইয়াৰ শেষৰ জনৰ শ

নক্‌চৰ ব্যৱচ্ছেদন কক্ষত পোৱা গৈছিল। লগে লগে তেওঁৰ বিৰুদ্ধে গোচৰ তৰা হৈছিল। বিচাৰত তেওঁ মুক্তি পালেও তেওঁৰ সন্মানৰ ক্ষতি হল জেকব হেনলিয়ে (Jacob Henle of Germany, 1809-85) অণুবীক্ষণ যন্ত্ৰৰ সহায়ত শৰীৰৰ যন্ত্ৰ আৰু তন্ত্ৰৰ গঠন প্ৰণালী পৰীক্ষা কৰিছিল। তেওঁ ভেচেলিয়াচৰ (Vesalius, 1514-64) সমকক্ষী বিজ্ঞানী আছিল। তেওঁ ক্ৰমে জুৰিক, হেইডেলবাৰ্গ আৰু গটিংগেনত অধ্যাপক নিযুক্ত হৈছিল। জেনেভাত জোচেফ হাইৰ্টল (Joseph Heyrtl, 1810 94) নামেৰে এজন বিখাত অধ্যাপক আছিল। তেওঁৰ শিক্ষাদান নীতি অতি উচ্চথাপৰ আছিল। হেন্‌ৰি গ্ৰে (Henry Gray, 1827-61) ইংলণ্ডৰ এজন পণ্ডিত শাৰীৰস্থানবিদ। তেওঁৰ ৰচিত গ্ৰন্থ এতিয়াও মেডিকেল কলেজসমূহত ব্যৱহাৰ হয়। পেৰিছৰ ব্ৰোকা (Paul Broca, 1824-80), আমেৰিকাৰ বাচ্‌ মৰগেন আৰু চিপেনৰ (Benjamin Rush, 1745-1813, John Morgan 1735-89, and William Shippen; 1736-1808) নাম চিকিৎসা-বিজ্ঞানত উজ্জ্বল হৈ আছে। ভাৰতবৰ্ষত প্ৰথম শৱব্যৱচ্ছেদন কৰিছিল পণ্ডিত মধুসূদন গুপ্তই, (ইণ্ডিয়ান লেন্‌চেট ১৮৯৬, The Indian Lancet, 1896)

**শাৰীৰবৃত্ত (Physiology)**—মুলাৰ (Jahannes Muller, 1801-58) বাৰ্লিন বিশ্ববিদ্যালয়ৰ শাৰীৰবৃত্ত বিষয়ৰ



অধ্যাপক আছিল। তেৱেঁই শাৰীৰবৃত্তক এটা যথাৰ্থ বিজ্ঞানৰ বিভাগ বুলি প্ৰতিষ্ঠা কৰে। তেওঁ স্নায়ুতন্ত্ৰ আৰু মনৰ ওপৰত বহুতো মূল্যবান গৱেষণা কৰিছিল। হেলম্‌হল্‌টজ (Hermann von Helmholtz, 1821-94) আন এজন বিখ্যাত জাৰ্মান শাৰীৰবৃত্তবিদ্‌ বিজ্ঞানী। তেওঁ ১৮৫১ চনত অফ্‌থেলমোচ্‌কোপ (Ophthalmoscope) আবিষ্কাৰ কৰিছিল। তেওঁ অক্ষিস্নায়ুৰ ওপৰত মূল্যবান গৱেষণা কৰিছিল। তেওঁৰ শ্ৰুতিবিজ্ঞানৰ ওপৰত কৰা গৱেষণা উচ্চথাপৰ। জুৰিক, ভিয়েনা আৰু লিপজিগত কাৰ্ল লাড্‌উইগে (Carl Ludwig, 1816-95) শাৰীৰবৃত্তৰ ওপৰত গৱেষণা কৰিছিল। বৃটিছ শাৰীৰবৃত্তবিদসকলৰ ভিতৰত মাৰ্শ্বেল হল (Marshal Hal, 1790-1857), উইলিয়াম চাৰ্পি (William Sharpey; 1802-80) আৰু বেনেটৰ (John Hughes Bennett, 1812-75) নাম বিশেষভাৱে উল্লেখযোগ্য। জাৰ্মানীৰ মুলাৰ এই বিভাগত যেনে শীৰ্ষস্থানীয় বৃটেইনৰ চাৰ্পিও তেনে উচ্চ স্তৰৰ আছিল। ফ্ৰেন্সৰ বিশিষ্ট শাৰীৰবৃত্তবিদ আছিল ক্লড বাৰ্ণাৰ্ড (Claude Bernard, 1813-78)। তেওঁ পচন ক্ৰিয়াৰ ওপৰত গৱেষণা কৰিছিল।

**বিকৃতিবিজ্ঞান আৰু জীৱাণু বিজ্ঞান (Pathology and bacteriology)**—এই দুই বিষয়ৰ দুজন খ্যাতনামা বিজ্ঞানী আছিল কাৰ্ল ৰকিটন্‌স্কি (Carl Rokitansky, 1804-78) আৰু ৰুডলফ ভিৰকও (Rudolf Virchow

1821-1902)। কাৰ্ল ৰকিটন্স্কি এজন চেকোশ্লোভেকিয়াৰ লোক আছিল। তেওঁ ভিয়েনাত বিকৃতি বিজ্ঞানৰ বিজ্ঞানী আছিল। তেওঁ বহুহাজাৰ শব্যৱচ্ছেদন কৰিছিল আৰু শৰীৰৰ যন্ত্ৰবিকৃতি আৰু ৰোগৰ লক্ষণৰ লগত সম্বন্ধ আনিবলৈ যত্ন কৰিছিল। তেওঁৰ বিশেষ অৱদান হৈছে হৃৎপিণ্ড-ধমনী আৰু যকৃতৰ ৰোগৰ বিষয়ে। ৰুডলফ ভিৰকও এজন জাৰ্মান আছিল। তেওঁ একেলগতে বিকৃতি-বিজ্ঞানী, নৃতত্ত্ববিদ আৰু ৰাজনীতিজ্ঞ পুৰুষ আছিল। তেওঁ সকলো সময়তে এজন অতি উচ্চস্তৰৰ বিজ্ঞানী আছিল। তেওঁ চিলেচিয়া চহৰৰ টাইফয়ড মহামাৰীৰ ওপৰত অনুসন্ধান কৰিছিল আৰু ৰোগ নিবাৰণৰ বিষয়ে মূল্যবান প্ৰতিবেদন দাখিল কৰিছিল। তেওঁৰ পৰামৰ্শ অনুযায়ী বাৰ্লিন চহৰৰ ৰাস্তা-ঘাট আৰু নলাৰ উন্নতি সাধিত হৈছিল। তেওঁক কোষ বিকৃতিবিজ্ঞানৰ পিতৃ বুলি অভিহিত কৰা হয়। তেওঁ এজন গণতন্ত্ৰী আছিল। ১৮৮০-৯৩ চনলৈকে তেওঁ জাৰ্মানীৰ লোক সভাৰ সদস্য আছিল। বিচ্মাৰ্কৰ (Bismark, ৰাজনীতিক তেওঁ সমৰ্থন নকৰিছিল। আন এজন প্ৰসিদ্ধ বিজ্ঞানী আছিল লুই পেষ্টুৰ (Louis Pasteur, 1822-95)। তেওঁৰ জন্ম হৈছিল ফৰাছীদেশৰ ডোল (Dole) নামৰ ঠাইত। তেওঁৰ দেউতাক চৰ্মব্যৱসায়ী আছিল। লুই পেষ্টুৰ চিকিৎসক নাছিল, তেওঁ এজন ৰসায়নবিজ্ঞানীহে আছিল। তেওঁ ক্ৰমে ষ্ট্ৰাচবাৰ্গ আৰু পেৰিচত ৰসায়নবিজ্ঞানৰ অধ্যাপক



নিযুক্ত হৈছিল। তেওঁ সুৰা, কীট-পতংগ, ঘৰচীয়া জন্তু আৰু মানুহৰ বিভিন্ন বিষয়ত গৱেষণা কৰিছিল। তেওঁৰ গৱেষণাৰ-পৰা মানুহৰ অশেষ উপকাৰ সাধিত হয়। তেওঁ কম শক্তিসম্পন্ন এনথ্ৰাক্স (Anthrax) জীৱাণুৰপৰা ছিটা উলিয়াই গৰু আৰু ভেড়াত প্ৰয়োগ কৰি এই ৰোগৰপৰা গৰু-ঘোঁড়া ৰক্ষা কৰিছিল। এই সূত্ৰলৈ পগলা কুকুৰে কামোৰা মানুহৰ কাৰণে তেওঁ ছিটা তৈয়াৰ কৰিছিল। ১৮৮৫ চনৰ জুলাই মাহৰ ৬ তাৰিখে জোচেফ মেইষ্টাৰ (Joseph Meister) নামৰ পগলা কুকুৰে কামোৰালোক এজনক এই ছিটা দিয়া হৈছিল। তেওঁ জলাতংক ৰোগৰপৰা ৰক্ষা পৰে। কেইমাহমানৰ পিছত জুৰাৰ (Jura) জুপিলি (Jupille) নামৰ পগলা কুকুৰে কামোৰা ল'ৰা এজনক তেওঁ কৃতকাৰ্যতাৰে ছিটা দিছিল। জলাতংক ৰোগৰ বীজাণু ভেড়াৰ শৰীৰত সুমুৱাই দি পিছত সেই ভেড়াৰ স্নায়ুৰপৰা ছিটা তৈয়াৰ কৰা হৈছিল। এলি মেট্চনিকফৰ (Elie Metchnikoff, 1845-1916) জন্ম হৈছিল ৰুছিয়াত। তেওঁ প্ৰথমতে ৰুছিয়াত গৱেষণা কৰি শেষত পেষ্টুৰৰ লগত গৱেষণা কৰিবলৈ পেৰিছলৈ আহিছিল। তেজৰ শ্বেতকণিকাবোৰে বীজাণু কেনেকৈ ধ্বংস কৰে তাক তেওঁ প্ৰমাণ কৰি দেখুৱাইছিল। ফৰাছীদেশৰ আন দুজন প্ৰসিদ্ধ বীজাণু বিজ্ঞানী আছিল এমিল ৰু (Emile Roux; 1853-1933) আৰু ফাৰ্ণেন্দ বিডাল (Fernend Widal;

1862-1929)। প্ৰথমজনে ডিফ্‌থেৰিয়া ৰোগ চিকিৎসাৰ কাৰণে চিৰাম ব্যৱহাৰযোগ্য কৰিছিল আৰু দ্বিতীয়জনে টাইফয়ড ৰোগ নিৰ্ণয়ৰ পদ্ধতি উলিয়াইছিল। ৰবাৰ্ট কক (Robart Koch, 1843-1910) হৈছে বিখ্যাত জাৰ্মান জীৱাণুবিজ্ঞানী। তেওঁ আৰু পেষ্টুৰ এই দুজনেই এই বিভাগৰ জন্মদাতা। তেওঁ গৰু-ঘোঁৰাৰ এন্‌থ্ৰাক্স (Anthrax) ৰোগৰ কাৰণ এবিধ বীজাণু বুলি প্ৰমাণ কৰিছিল। কোনো ৰোগৰ কাৰণ কোনো বীজাণু বুলি ঠাৱৰ কৰিবলৈ হ'লে কিছুমান স্বত্ব পূৰণ কৰিব লাগিব বুলি তেওঁ সঁকিয়াই দিছিল। তেওঁ ১৮৮২ চনত যক্ষ্মা ৰোগৰ বীজাণু আৰু ১৮৮৪ চনত কলেৰা ৰোগৰ বীজাণু আৱিষ্কাৰ কৰিছিল। এমিল ভন বেৰিঙে (Emil von Behring, 1854-1917) ডিফ্‌থেৰিয়া ৰোগ চিৰামেৰে কৃতকাৰ্যতাৰে চিকিৎসা কৰিছিল। জাপানী বিজ্ঞানী কিটাচেটোৱে (Shiba Saburo Kitasato, 1852-1931) হংকঙত গৱেষণা কৰি ১৮৯৪ চনত প্লেগৰ বীজাণু আৱিষ্কাৰ কৰিছিল। বেৰিং আৰু কিটাচেটোৱে ধনুষ্টংকাৰ ৰোগ চিকিৎসাৰ কাৰণে চিৰাম আৱিষ্কাৰ কৰিছিল। গেফ্‌কি (George Gaffky, 1850-1918) আৰু লফ্‌লাৰে (Fried-rich Loeffler 1852-1915) ডিফ্‌থেৰিয়া ৰোগৰ বীজাণু আৱিষ্কাৰ কৰিছিল। ফাইফাৰে ৰবাৰ্ট ককৰ অধীনত শিক্ষা গ্ৰহণ কৰিছিল। তেওঁ ইনফ্লুৱেঞ্জাৰ বীজাণু আৱিষ্কাৰ কৰিছিল। ফ্ৰেনকেল (Albert Fraenkel of Germany,



1848-1916] হৈছে নিউমুনীয়া বীজাণু আৱিষ্কাৰক। গনোৰিয়াৰ বীজাণু আৱিষ্কাৰক হৈছে নাইচাৰ (Albert Neisser of Breslan, 1855-1916)। কুষ্ঠৰোগৰ বীজাণু আৱিষ্কাৰক হৈছে হেন্‌চেন্ (Armauer Hansen of Bergen, Norway, 1841-1912)। ভেক্‌চিন (Vaccine) চিকিৎসাৰ অগ্ৰদূত হৈছে ইংলণ্ডৰ ৰাইট (Almroth Wright 1861-1947)। বৃটেইনৰ আন আন বিজ্ঞানীৰ ভিতৰত উড্‌হেড্ (German Sims Woodhead, 1855-1921) আৰু অগষ্টোনৰ (Alexander Ogston 1844-1929, ষ্টেফাইলো কক্‌চাচ আৱিষ্কাৰক) নাম উল্লেখযোগ্য। আমেৰিকাৰ বীজাণুবিশেষজ্ঞসকলৰ ভিতৰত ওৱেলচ্ (William Henry Welch 1850-1934), স্মিথ (Theobald Smith, 1859-1934) আৰু ৰিকেটচ (Howard Taylor Ricketts, 1817-1910) প্ৰধান বিজ্ঞানী আছিল।

ভেষজচিকিৎসক (Physician)—বৃক্কৰোগৰ (Nephritis) বৈজ্ঞানিক পথপ্ৰদৰ্শক হৈছে ৰিচাৰ্ড ব্ৰাইট (Richard Bright, 1789-1858)। তেওঁ লণ্ডনৰ গাই হস্পিটেলৰ (Guy's hospital) চিকিৎসক আছিল। তেওঁ বৃক্কৰ বিকৃতি আৰু ৰোগৰ লক্ষণৰ লগত সমন্বয় আনিবলৈ চেষ্টা কৰিছিল। তেওঁ নিতৌ ৬ ঘণ্টাকৈ হস্পিটেলত কাম কৰিছিল। গাই হস্পিটেলত ব্ৰাইটৰ সহকৰ্মী আছিল এডিচন (Thomas Addison, 1793-1860)। অন্যান্য

গৱেষণাৰ উপৰিও তেওঁ ৰক্তহীনতা আৰু অধিবৃক্ক ৰোগৰ (Addisonian anaemia and Addison's disease) বৰ্ণনা কৰিছিল। আন এজন চিকিৎসাবিশাৰদ আছিল গাল (William Withey Gull, 1816-90)। তেওঁ গাই হস্পিটেলৰ চিকিৎসক আছিল। তেওঁৰ ৰোগীৰ নিৰীক্ষা অতি সূক্ষ্ম আছিল। তেওঁ ৰোগী চিকিৎসা কৰোঁতে অতি কম দৰৱ ব্যৱহাৰ কৰিছিল। বৃটেইনৰ অতি প্ৰসিদ্ধ চিকিৎসক, গৱেষক, লেখক আছিল উইলিয়াম ওচ্‌লাৰ (Sir William Osler, 1849-1919)। তেওঁ পুৰণি আৰু নতুন এই দুই চিকিৎসা পদ্ধতিৰ মাজত এটা সমন্বয় আনিছিল। তেওঁ আমেৰিকা আৰু বৃটেইনৰ মাজত সংযোজক চিকিৎসাবিজ্ঞানী। ওচ্‌লাৰৰ জন্ম হৈছিল কানাডাত আৰু অধ্যাপক নিযুক্ত হৈছিল ক্ৰমে মন্‌ট্ৰিল (১৮৭৪), ফিলডেলফিয়া (১৮৮৪], বাল্‌টিমোৰ (১৮৮৩) আৰু অক্‌চফোৰ্ডত (১৯০৪)। তেওঁৰ ৰোগীৰ ওপৰত দিয়া শিক্ষা (Clinical teaching) অতি উচ্চ খাপৰ আছিল। বক্তৃতাতকৈ এনে শিক্ষাদানতহে তেওঁ বেছি মূল্য দিছিল। তেওঁ প্ৰাকৃতিক নিয়মে ৰোগ নিৰাময় পদ্ধতিৰ ওপৰত বিশ্বাস কৰিছিল। ক্লিফোৰ্ড এলবাট (Thomas Clifford Allbutt, 1836-1925) কেম্বব্ৰিজ বিশ্ববিদ্যালয়ৰ অধ্যাপক আছিল। চিকিৎসা-বিজ্ঞানৰ নানা বিষয়ত তেওঁৰ অৰিহণা মূল্যবান আছিল। তেওঁৰ বিশেষ অৱদান হৈছে হৃৎপিণ্ড ধমনীৰোগৰ বিষয়ে। এডিনবাৰ্গৰ



তিনিজন প্ৰসিদ্ধ চিকিৎসা-বিজ্ঞানী হৈছে হিউজ বেনেট (John Hughes Bennett, 1812-75), ডানকান (Andrew Duncan, 1744-1828) আৰু ক্ৰিষ্টিছন (Robert Christison, 1797-1882)। ডাবলিনৰ প্ৰধান চিকিৎসাবিদসকলৰ ভিতৰত তিনি গৰাকী হ'ল গ্ৰেভ্‌ছ (Robert Graves, 1796-1863), ষ্টোক্‌ছ (William Stokes, 1804-78) আৰু কৰিগান (Dominic Corrigan, 1802-80)। গ্ৰেভছ্ ডাবলিনত অধ্যাপক আছিল। তেওঁ ৰোগীৰ ওপৰত শিক্ষাদান কৰিছিল। তেওঁ থাইৰয়ড ৰোগ (Gravis disease) বৰ্ণনা কৰিছিল। ষ্টোকছ ডাব্‌লিন বিশ্ববিদ্যালয়ৰ অধ্যাপক আছিল। তেওঁৰ শিক্ষাদান হৈছিল ৰোগীৰ ওপৰত। তেওঁ হৃৎধমনীৰোগৰ বিশেষজ্ঞ আছিল। চেইন্ ষ্টোকচ্ শ্বাস (Cheyne Stokes breathing) আৰু ষ্টোকছ্ আদামছ্ চিন্ড্ৰোম (Stokes Adams Syndrome] তেওঁৰ নামেৰে সৈতে জড়িত। কৰিগানে ধমনীৰ ৰোগৰ ওপৰত বিশেষ অৱদান কৰিছিল। লিনেক (Laennc, 1781-1826) পেৰিছ নগৰৰ এজন বিখ্যাত চিকিৎসক আছিল; তেওঁ ষ্টেথোস্কোপ (Stethoseope) আৱিষ্কাৰ কৰিছিল। ৰোগ নিৰ্ণয় আৰু বৈজ্ঞানীক চিকিৎসা ক্ষেত্ৰত এই যন্ত্ৰৰপৰা অশেষ সহায় পোৱা যায়। ব্ৰুচে (Francois Joseph Victor Broussais, 1772-1838) প্ৰথমতে সৈন্য বিভাগৰ চিকিৎসক আছিল; পিছত তেওঁ

অসামৰিক লোকৰ মাজত চিকিৎসা আৰম্ভ কৰিছিল। তেওঁ বিশ্বাস কৰিছিল যে কোনো এটা বিশেষ ৰোগ বুলি ইয়াৰ অস্তিত্ব নাই ; সকলো হৈছে লক্ষণগোষ্ঠী। ৰোগ আৰোগ্য-কৰণত প্ৰকৃতিৰ কোনো প্ৰভাৱ নাই ; উপবাস আৰু জোকৰ সহায়ত সকলোবিধ চিকিৎসা কৰিব পাৰি। তেওঁৰ এই প্ৰচাৰকাৰ্যৰ ফলত ১৮৩৩ চনত ফৰাছী দেশলৈ ৪০ নিযুত জোক আমদানি হৈছিল। লুই (Pierre Charles Alexandre Louis 1787-1872), ব্ৰেটনু (Pierre Bretonneau, 1778-1862) আৰু টুজো (Armond Trousseau, 1801-67] ফৰাছীদেশৰ আনকেইগৰাকী বিশিষ্ট চিকিৎসক আছিল। আমেৰিকাৰ দুজন বিশিষ্ট চিকিৎসক আছিল ড্ৰেক (Daniel Drake 1788-1832) আৰু বওমণ্ট (William Boaumont, 1785-1853) ভিয়েনাৰ বিখ্যাত চিকিৎসক স্কোডাই (Joseph Skoda, 1805-81) অস্কাল্‌টেচন আৰু পাৰ্কাচনৰ (Auscultation and percussion) সহায়ত ৰোগ নিৰ্ণয়ত মূল্যৱান বৰঙণি যোগাইছিল। জাৰ্মানীৰ চিকিৎসক উণ্ডাৰলিচে (Car Wunderlich, 1815-77) ৰোগ নিৰ্ণয়ত উত্তাপ তালিকাৰ প্ৰৱৰ্তন কৰিছিল। তেতিয়াৰপৰাই এই তালিকা নিয়মিতভাৱে ব্যৱহৃত হৈ আছে। লিডেনে (Ernst Von Leyden, 1832-1910) যক্ষ্মাৰোগ আক্ৰান্ত ৰোগী চিকিৎসা কৰি সুফল পাইছিল। কুচমলৰ (Addolf Kuse-maul, 1822-1902) বৰঙণি আছিল স্নায়ুৰোগ বিভাগত আৰু বহুমূত্ৰৰোগৰ আচ্ছন্নতা ক্ষেত্ৰত। তেওঁ যন্ত্ৰৰ সহায়ত গ্ৰাসনলী আৰু পাকস্থলীৰ ভিতৰখন প্ৰত্যক্ষভাৱে নিৰীক্ষণ কৰিছিল।



উনবিংশ শতিকাত অস্ত্ৰচিকিৎসাৰ ক্ষেত্ৰত দুটা বিশেষ গুৰুত্বপূৰ্ণ আৱিষ্কাৰ হৈছিল আৰু ইবোৰৰ সহায়ত অস্ত্ৰ-চিকিৎসাবিদ্যাত উত্তৰোত্তৰ উন্নতি সাধন হৈছিল। এই দুই আৱিষ্কাৰ হৈছে সংজ্ঞাহৰণ (Anaesthesia) আৰু অপূতি বা নিৰ্বীজন (Asepsis or disinfection) ব্যৱস্থা। অপূতি ব্যৱস্থা প্ৰচলনৰ আগতেই সংজ্ঞাহীন ব্যৱস্থাৰ আৱিষ্কাৰ হৈছিল আৰু সেয়েহে অপূতি ব্যৱস্থাই বিশেষ গুৰুত্ব লাভ কৰিছিল। অপূতি অস্ত্ৰচিকিৎসাৰ জনক হৈছে লিষ্টাৰ। লিষ্টাৰৰ সময়ৰ আগতেও কেইগৰাকীমান অস্ত্ৰচিকিৎসকে খ্যাতি লাভ কৰিছিল—লিষ্টন, চাইম, ফাৰ্গুচন, ব্ৰডি, পেজেট ডুপুট্ৰেন আৰু লেম্‌ব্ৰাৰ্ট আদি। ৰবাৰ্ট লিষ্টন (Robert Liston) 1794-1847) এজন শাৰীৰস্থান বিজ্ঞানী আছিল। তেওঁৰ লগত জেমচ্ চাইমে কাম কৰিছিল। লিষ্টনে লণ্ডন হস্পিটেলত এই বিদ্যাৰ ব্যৱহাৰ কৰি অস্ত্ৰচিকিৎসা কৰিছিল। তেৱেঁই বৃটেইনত সংজ্ঞাহৰণ দ্ৰব্য ব্যৱহাৰ কৰা প্ৰথম শল্য-চিকিৎসক। পিছলৈ তেওঁৰ চাইমৰ লগত সদ্ভাৱ থকা নাছিল। চাইম (James Syme, 1799-1870) প্ৰথমে শাৰীৰস্থানবিদ আছিল। পিছত তেওঁ এডিনবাৰ্গত অস্ত্ৰ-

চিকিৎসা আৰম্ভ কৰিছিল। তেওঁ এজন অস্থিৰোগ বিশাৰদ আছিল। ফাৰ্গুচন (William Fergusion, 1808-77) এজন দক্ষ অস্ত্ৰচিকিৎসক আছিল। তেওঁ এডিনবাৰ্গ আৰু লণ্ডনৰ হস্পিটেলত সুখ্যাতিৰে অস্ত্ৰ চিকিৎসা কৰিছিল। লণ্ডনৰ দুজন বিখ্যাত অস্থিৰোগ বিশাৰদ আছিল ব্ৰডি (Benjamin Collins Brodie, 1783-1862) আৰু পেজেট (James Paget, 1814-99) ব্ৰডিৰ অধ্যৱসায়ৰ ফলত ১৮৫৮ চনত চিকিৎসা-আইন (Medical Act) প্ৰণয়ন হৈছিল আৰু তেওঁ জেনেৰেল মেডিকেল কাউন্সিলৰ (General Medical Council) সভাপতি নিৰ্বাচিত হৈছিল। সেই সময়ত ইউৰোপত কেবাগৰাকী বিখ্যাত অস্ত্ৰ-চিকিৎসক আছিল। তেওঁলোকৰ ভিতৰত ডুপিট্ৰেন (Baron Guillaume Dupuytren, 1777-1835) প্ৰখ্যাত অস্ত্ৰ-চিকিৎসক আছিল। তেওঁৰ কৰ্মস্থল আছিল পেৰিছ। লেম্‌ব্ৰাৰ্ট (Antoine Lembert, 1802-52) আছিল ডুপিট্ৰেনৰ ছাত্ৰ; অস্ত্ৰচিকিৎসাত তেওঁৰ বৰঙনি হৈছে লেম্‌ব্ৰাৰ্ট চিলাই। জোচেফ লিষ্টাৰ (Joseph Lister, 1827-1912) অস্ত্ৰ-চিকিৎসা-নভোমণ্ডলৰ সূৰ্য সদৃশ। লিষ্টাৰৰ গৱেষণাৰ ফলত নিৰ্ভয়ে অস্ত্ৰোপচাৰ কৰিব পৰা হ'ল, কটা স্থানত পক নধৰে, হাজাৰ হাজাৰ ৰোগীৰ প্ৰাণ ৰক্ষা পৰিল। তেওঁৰ জীৱনালেখ্য সকলো বিজ্ঞানীৰে আদৰ্শস্থানীয়, আৰু জীৱনৰ মূল ঘটনাৱলী সকলো চিকিৎসকেই জ্ঞাত হোৱা উচিত। লৰ্ড লিষ্টাৰ বেৰোনেট সন্মানেৰে ভূষিত হোৱা প্ৰথম চিকিৎসক। ১৮২৭ চনত এচেক্‌চত তেওঁ জন্ম গ্ৰহণ কৰিছিল; এই ঠাই এতিয়া লণ্ডনৰ অন্তৰ্ভুক্ত। তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰপৰা বি, এ, পৰীক্ষাত উত্তীৰ্ণ হৈ লণ্ডন বিশ্ববিদ্যালয় কলেজ হস্পিটেলত চিকিৎসাশাস্ত্ৰ অধ্যয়ন কৰিছিল। তেওঁ ১৮৫২ চনত এম, বি, পৰীক্ষা পাছ কৰি এফ, আৰ, ছি, এচ, (F. R. C. S.) পৰীক্ষাত উত্তীৰ্ণ হৈছিল। লিষ্টাৰে প্ৰথমে শাৰীৰবৃত্ত অধ্যয়ন কৰিছিল আৰু পিছত এডিনবাৰ্গত অধ্যাপক চাইমৰ অধীনত অস্ত্ৰচিকিৎসা শিকিছিল। ১৮৫৩ চনত তেওঁ হাউচ্‌ চাৰ্জন (House Surgeon) নিযুক্ত হৈছিল। ইয়াৰ পিছত তেওঁ অস্ত্ৰচিকিৎসাৰ শিক্ষকৰ পদত অধিষ্ঠিত হৈছিল। ১৮৫৬ চনত তেওঁ অধ্যাপক চাইমৰ ডাঙৰ ছোৱালী এগ্‌নি চাইমক বিয়া কৰাইছিল। জোচেফ লিষ্টাৰৰ উন্নতিৰ পথত এগ্‌নি চাইমে বিশেষ বৰঙণি দিছিল আৰু সেই কাৰণে এগ্‌নি চিৰস্মৰণীয়। এডিনবাৰ্গত থাকোঁতে লিষ্টাৰে ভেঁকুলীৰ দেহত প্ৰদাহৰ (Inflammation) বিভিন্ন পৰ্যায় সম্বন্ধে পৰীক্ষা চলাইছিল। সেই সময়ত তেওঁৰ ৰোগী-চিকিৎসা-ক্ষেত্ৰত পৰিশ্ৰম বৰ কম আছিল। আনকি মিচেচ এগ্‌নিয়ে কৈছিল, "বেচেৰা লিষ্টাৰ আৰু তেওঁৰ এজন ৰোগী, (Poor Joseph and his one patient.) ১৮৬০ চনত গ্লাচগো ৰয়েল ইনফাৰমাৰিত (Glasgow Royal

Infirmary) অধ্যাপক পদত নিযুক্ত হৈ লিষ্টাৰ গ্লাচগোলৈ গৈছিল। অনুসন্ধিৎসু লিষ্টাৰে ভেঁকুলীৰ প্ৰদাহ নিৰীক্ষণ কৰি স্থিৰ কৰিছিল যে বায়ুৰপৰা প্ৰদাহ হয়। বায়ুত ভাহি থকা কিবা এটা বস্তুৱে প্ৰদাহ উৎপন্ন কৰে। এনে সময়তে গ্লাচগোৰ ৰসায়নবিদ টমাচ এণ্ডাৰচনে তেওঁক লুই পেষ্টুৰৰ গৱেষণালৈ আঙুলিয়াই দিছিল। পেৰিছৰ লুই পেষ্টুৰে দেখুৱাইছিল যে মদ পকধৰা (Fermentation) বা গাখীৰ টেঙা হোৱাৰ মূলতে হৈছে জীৱাণুৰ ক্ৰিয়া। উতলাই জীৱাণু ধ্বংস কৰিলে মদ পক ধৰিব বা গাখীৰ টেঙা হ'ব নোৱাৰে। মদ পক ধৰা বা গাখীৰ টেঙা হোৱাৰ হেতু জীৱাণুবোৰ বতাহত থাকে। কোনো জীৱাণুৱে স্বতস্ফূৰ্তভাৱে জন্মিব নোৱাৰে; ই আগতে থকা জীৱাণুৰপৰাহে বাঢ়িব বা জন্মিব পাৰে। পেষ্টুৰৰ এনে মতৰপৰা লিষ্টাৰ বিশেষভাৱে প্ৰভাৱিত হৈছিল। তেওঁ বিশ্বাস কৰিছিল যে মদ পক ধৰা ক্ৰিয়া আৰু কটাস্থানত পুঁজহোৱা ক্ৰিয়া এই দুয়োটা কাৰ্য সমপৰ্যায়ৰ মদ। পক ধৰোঁতে যেনেকৈ বায়ুৰ জীৱাণুৱে ক্ৰিয়া কৰে তেনেকৈ কটাস্থানত পুঁজ হওঁতেও বায়ুৰপৰা জীৱাণুৱে ক্ৰিয়া কৰে। এই সিদ্ধান্তৰ ওপৰত ভিত্তি কৰিয়েই অস্ত্ৰোপচাৰৰ স্থানত যাতে বায়ুৰ জীৱাণুৱে ক্ৰিয়া কৰিব নোৱাৰে তাৰ বিষয়ে তেওঁ চিন্তা কৰিছিল। মানচেষ্টাৰৰ ৰসায়নবিদ কালভাৰ্টে (Calvert) দেখুৱাইছিল যে কাৰ্বোলিক এছিডে জীৱাণু ধ্বংস কৰে।



লিষ্টাৰৰ মন এই আলোকনলৈ আকৰ্ষিত হৈছিল। লিষ্টাৰে হাত-ভৰি বাহিৰলৈ ওলাই অহা ৰোগী এজনৰ ওপৰত ১৮৬৫ চন অস্ত্ৰোপচাৰ কৰিছিল আৰু সেই ৰোগীৰ কটাস্থানত কাৰ্বলিক এছিড ছটিয়াই দিছিল যাতে বায়ুৰপৰা কোনো জীৱাণুৱে সেই কটাস্থানত স্থিতি ল'লেও জীয়াই থাকি বাঢ়িব নোৱাৰে আৰু ফলত পুঁজ তৈয়াৰ কৰিব নোৱাৰে। ইয়াৰ ফল তেওঁৰ আশানুৰূপ হৈছিল—কটাস্থানত পুঁজ নাবান্ধিলে আৰু ৰোগীৰ কোনো জটিলতা নহ'ল। ইয়াৰ পিছত তেওঁ আন আন নিৰ্বীজক দ্ৰব্য ব্যৱহাৰ কৰিছিল আৰু সুফল পাইছিল। তেওঁ বিশেষভাৱে যত্ন লৈছিল যাতে ৰোগীৰ সংস্পৰ্শত থকা কাপোৰ-কানি, যন্ত্ৰ-পাতি আদি সকলো বস্তু জীৱাণুহীন আৰু অস্ত্ৰোপচাৰৰ স্থান জীৱাণুমুক্ত কৰা হয়। ৰোগীৰ চিকিৎসকসকলে জীৱাণুহীন পোছাক-পৰিচ্ছদ ব্যৱহাৰ কৰিবলৈ সঁকিয়াই দিছিল। বতাহৰ জীৱাণু ধ্বংস কৰিবলৈ তেওঁ অস্ত্ৰোপচাৰৰ কোঠাত নিৰ্বীজক দ্ৰব্য ছটিয়াই দিয়াৰ ব্যৱস্থা কৰিছিল। লিষ্টাৰৰ এই কৃতকাৰ্যতাই চিকিৎসকসকলৰ মাজত আলোড়ন তুলিছিল আৰু ইউৰোপ, আমেৰিকা আদি দেশত তেওঁলৈ সন্মানৰ শৰাই আগবঢ়াইছিল। লিষ্টাৰ ১৮৬৯ চনত এডিনবাৰ্গলৈ অধ্যাপক নিযুক্ত হৈ আহিছিল আৰু তাত তেওঁ অস্ত্ৰচিকিৎসাৰ নানা দিশত উন্নতি সাধন কৰিছিল। তেওঁ ১৮৭১ চনত মহাৰাণী ভিক্টোৰিয়াৰ কাষলতিৰ গাঁৰ কাটি পুঁজ উলিয়াই দিছিল।

ইয়াৰ কেইবছৰমানৰ পিছত মহাৰাণীয়ে তেওঁক শৰব্যৱ-চ্ছেদনৰ (Vivisection) বিপক্ষে এটা বিবৃত্তি দিবলৈ কৈছিল; কিন্তু সসম্মানে তেওঁ তেনে বিবৃতি দিবলৈ অসমৰ্থতা প্ৰকাশ কৰিছিল। ১৮৭৭ চনত লিষ্টাৰ লণ্ডনৰ কিংকচ্ কলেজত (King's College, London) অধ্যাপক নিযুক্ত হৈছিল। তেওঁ দেখিছিল যে সেই কলেজত অপূতি পদ্ধতিৰ (Antiseptic System) ওপৰত চিকিৎসকসকলৰ বিশ্বাস অতি নগণ্য; কিন্তু ক্ৰমে তেওঁ এই পদ্ধতি প্ৰতিষ্ঠা কৰিবলৈ সমৰ্থ হৈছিল। তেওঁ ১৮৯৫ চনত ৰয়েল ছোছাইটি (Royal Society) আৰু ১৮৯৬ চনত বৃটিছ এছোছিয়েচনৰ সভাপতি আছিল। ১৯০২ চনত তেওঁ অৰ্ডাৰ অব মেৰিট (Order of Merit)ৰ সদস্য আছিল। তেওঁক বেৰোনেট পদবিৰে ভূষিত কৰা হৈছিল। ১৯১২ চনৰ ১০ ফেব্ৰুৱাৰী মাহত চিকিৎসা-জগতৰ সূৰ্য লৰ্ড লিষ্টাৰ ৮৫ বছৰ বয়সত কেণ্টৰ ৱালমেৰত (Walmer in Kant) অস্ত যায়। "His work will last for all time; humanity will bless him evermore and his fame will be immortal." চন্দ্ৰ-দিবাকৰ থাকে মানে মানৱ জাতিৰ আশীষ্‌বাণী (জোছেফ) লিষ্টাৰৰ ওপৰত বৰষিব। তেওঁৰ কীৰ্তি অমৰ হৈ থাকিব।

লিষ্টাৰৰ পিছৰপৰা অস্ত্ৰচিকিৎসাৰ দ্ৰুত গতিৰে উন্নতি সাধন কৰিবলৈ ধৰিলে। ফৰাছীদেশত লুকাচ চেম্পিওনিয়েৰ



(Lucas Championniere, 1843-1413) অপূতি পদ্ধতিত সেই দেশত প্ৰথম অস্ত্ৰচিকিৎসা কৰিছিল। জুলচ পিয়েন (Jules Pean, 1930-98) এজন বিশিষ্ট স্ত্ৰীৰোগ বিশাৰদ আছিল। পল ৰেক্লচ্ (Paul Recles, 1847-1914) স্থানীয় সংবেদন হৰণ পদ্ধতিত (Local anaesthesia) অগ্ৰণী আছিল। কোপেন হেগেনৰ চেক্‌চ্‌টৰ্ফ (Mathias Hieronymus Saxtorph, 1822-1900) ইউৰোপত অপূতি পদ্ধতিত অস্ত্ৰচিকিৎসাত অগ্ৰণী আছিল। জাৰ্মানীত থিৰ্চে (Karl Thiersch 1822-95) এঠাইৰ-পৰা আনঠাইলৈ ছাল লগোৱা পদ্ধতি উলিয়াইছিল। ভলক্‌মেন (Richard Volkmann, 1830-89) আৰু নুচ্‌বাম (Johann von Nussbaum, 1829-1890) আন দুজন বিখ্যাত অস্ত্ৰচিকিৎসক আছিল।

উদৰ অস্ত্ৰোপচাৰৰ প্ৰধান শল্য-চিকিৎসক আছিল জাৰ্মানীৰ বিলৰথ (Theodre Billroth, 1829-1894)। তেওঁ ভিয়েনাত অধ্যাপনা কৰিছিল। তেওঁ কেবাটাও নতুন পদ্ধতিৰ অস্ত্ৰোপচাৰ প্ৰচলন কৰিছিল। পাকস্থলী আৰু স্বৰযন্ত্ৰৰ কেন্সাৰ (Cancer) অস্ত্ৰোপচাৰ কৰি উলিয়াই অনা শল্য চিকিৎসকসকলৰ ভিতৰত তেওঁ প্ৰথম। পোলেণ্ডৰ মেকুলিজ ৰেডেকি (Johans Von Mikulicz Radecki, 1850-1905) আৰু ভিয়েনাৰ আইচেলবাৰ্গে (Anton von Eiselberg 1860-1939) উদৰ অস্ত্ৰোপচাৰত মূল্যবান

ৰবঙণি দিছিল। বার্লিনৰ অধ্যাপক বার্গমেনে (Ernst Von Bergmann, 1836-1907) বাষ্পৰ সহায়েৰে অস্ত্ৰোপ-চাৰত ব্যৱহাৰ কৰা যন্ত্ৰপাতি, কাপোৰ-কানি নিৰ্বীজ কৰিছিল। ট্ৰেণ্ডেলেনবাৰ্গ আৰু ক্ৰাচ্‌কে (Friedrich Tiendelen-burg, 1844-1924 and Paul Kraske, 1851-1930) আন দুগৰাকী বিশিষ্ট শল্য-চিকিৎসক আছিল। চুইজাৰ-লেণ্ডৰ শল্য-চিকিৎসক কচাৰে (Theodre Kocher) 1841-1917) বার্লিনত প্রায় দুহেজাৰ থাইৰয়ড গ্রন্থিৰ অস্ত্ৰোপচাৰ কৰিছিল। ইটালীৰ বেচিনিয়ে (Edwardo Bassini, 1844-1924) হার্ণিয়া অস্ত্ৰোপচাৰত ৰবঙণি যোগাইছিল। ৰুছিয়াৰ পাভলভ (Ivan Petrovich Pavlov, 1847-1936) পাকস্থলীৰ ৰস নিঃসৰণ বিষয়ত উচ্চ খাপৰ গৱেষণা (Experimental Surgery) কৰিছিল। বৃটেইনৰ হাট্‌চিনচন (Jonathan Hutchinson, 1828-1913) উপদংশ আৰু কুষ্ঠৰোগৰ গৱেষক আৰু স্পেনচাৰ ওৱেলচ্‌ (Spencer Wells, 1818-97) বিখ্যাত স্ত্ৰীৰোগ চিকিৎসক আৰু উদৰ শল্য-চিকিৎসক আছিল। আমেৰিকাৰ প্ৰসিদ্ধ উদৰ শল্য-চিকিৎসকসকল আছিল ক্ৰাইল (George Washington Crile, 1864-1943)। তেওঁ চক (Shock) সম্বন্ধে গৱেষণা কৰিছিল; হলষ্টেড্‌ (William Stewart Halstead, 1852-1922), মেও (William James Mayo, 1861-1939, এওঁ উদৰ



শল্য-চিকিৎসা ক্ষেত্ৰত বিশেষ অৰিহণা যোগাইছিল); হৰেচ মেও (Charles Horace Mayo, 1865-1937)। এওঁ থাইৰয়ড শল্য-চিকিৎসাত বিশেষ খ্যাতি অৰ্জন কৰিছিল।

ৰোগৰপৰা মুক্তি লাভ কৰাতকৈ ৰোগাক্ৰান্ত নোহোৱা-টোৱেই শ্ৰেয়। এই কথাষাৰ অতি পুৰণি কালৰপৰাই মানুহে অনুভৱ কৰি আছে। ব্যক্তি স্বাস্থ্য সামূহিক স্বাস্থ্যৰ লগত ওতঃপ্ৰোতভাৱে জড়িত এই কথা মানুহে ক্ৰমে হৃদয়ংগম কৰিছে। ৰোম-সাম্ৰাজ্যৰ স্নায়ুকেন্দ্ৰ ৰোম নগৰত বিশুদ্ধপানী যোগান আৰু মলিয়ন পানী আৰু আবৰ্জনা অপসৰণৰ কাৰণে নলাৰ ব্যৱস্থা হৈছিল। মহেন্‌জোদাৰো আৰু হাৰাপ্পাত এনেবোৰ স্বাস্থ্যৰক্ষা ব্যৱস্থাৰ চিন পোৱা যায়। জেমচ লিনডে (James Lind, 1716-94) ১৭৫৩ চনত স্কাৰ্ভি (Scurvy) ৰোগ নিবাৰণৰ কাৰণে কেঁচা ফল আৰু শাকপাচলি খাবলৈ পৰামৰ্শ দিছিল। ১৭৯৬ চনত এডৱাৰ্ড জেনাৰে (Edward Jenner, 1749-1823) বসন্তৰোধ প্ৰতিৰোধক ছিটাৰ প্ৰচলন কৰিছিল। জেৰেমি বেনথামে (Jeremy Bentham, 1748-1832 of England) "বৃহত্তম সংখ্যক মানুহৰ বৃহত্তম সুখ" এই নীতিৰ সূচনা কৰিছিল। তেওঁ এজন আইনজ্ঞ আছিল; চিকিৎসক নাছিল। তেৱেঁই প্ৰথমে স্বাস্থ্যবিষয়ক আইনৰ প্ৰয়োজনীয়তালৈ জনসাধাৰণৰ দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁক নিবাৰক আয়ুৰ্বিজ্ঞানৰ পিতৃস্বৰূপ বুলি অভিহিত কৰা হয়।

চাউথউদ্ স্মিথ (Southwood Smith, 1788-1861 of Edinburgh) জনস্বাস্থ্য ৰক্ষাৰ সমৰ্থক আছিল। । গ্ৰেট বৃটেইনৰ এড্‌উইন চেড্‌উইক (Edwin Chedwick 1800-90) এজন আইনজীৱী আছিল। তেওঁ জনস্বাস্থ্যৰক্ষাৰ নিয়মাৱলীৰ ওপৰত বিশেষ মূল্য দিছিল আৰু ইবোৰৰ বহল প্ৰচাৰত আত্মনিয়োগ কৰিছিল। তেওঁৰ চেষ্টাৰ ফলত ১৮৩৯ চনত চেনিটাৰী কমিচন (Sanitary Commission) গঠিত হৈছিল। তেওঁৰ যত্নত স্বাস্থ্যৰক্ষাৰ সাধাৰণ পৰিচালক সমিতিৰ (General Board of Health) জন্ম হৈছিল; কিন্তু জনসাধাৰণে ইয়াৰ মূল্য বুজিব নোৱৰাৰ কাৰণে দহ বছৰৰ মূৰত ই ভংগ হৈ যায়। উইলিয়াম ফাৰে (William Farr, 1807-83) জন্ম-মৃত্যুৰ পৰিসংখ্যা উলিয়াই বৈজ্ঞানিক-ভিত্তিত জনস্বাস্থ্য বিজ্ঞানৰ বিচাৰ কৰিছিল। জন স্নোৱে (John Snow, 1813-58) সামূহিকভাৱে ব্যৱহাৰ কৰা দম-কলৰ হাতনিৰপৰা কলেৰাৰোগে বিস্তৃতি লাভ কৰে বুলি প্ৰমাণ কৰিছিল। চাৰ জন চাইমনৰ (Sir John Simon, 1816-1904) এই বিষয়ৰ অৱিহণা অতি উচ্চ খাপৰ। তেওঁৰ এই বিষয়ৰ প্ৰতিবেদন অতি মূল্যবান আৰু বিশদ। তেওঁৰ পৰামৰ্শসমূহৰ সৰহভাগ চৰকাৰে গ্ৰহণ কৰে। বীজাণুৱে সংক্ৰামক ৰোগৰ কাৰণ বুলি প্ৰমাণিত হোৱাৰ লগে লগে নিবাৰক আয়ুৰ্বিজ্ঞান বিশেষভাৱে কাৰ্যকৰী হল। আমেৰিকাৰ চাটকৰ (Lemual Shuttock, 1793-1859) অৱদান এই বিষয়ত অতি মূল্যবান; তেওঁ এজন কিতাপ বিক্ৰেতা আছিল।



তেওঁ বোষ্টন নগৰৰ স্বাস্থ্যবিষয় সম্পৰ্কে চৰকাৰ আৰু ৰাইজৰ চকু মুকলি কৰি দিছিল। ইউৰোপত পেটেন কফাৰৰ (Man von Petten Kaffer of Munich, 1818-1901) নাম উল্লেখযোগ্য। তেওঁ বীজাণু মতবাদ বিশ্বাস নকৰিছিল। তেওঁ কলেৰাৰোগৰ বীজাণু এগিলাছ পানীত মিহলাই খাই ৰোগদ্বাৰা আক্ৰান্ত নোহোৱাকৈ সুস্থ হৈ আছিল। চৰকাৰে লাহে লাহে প্ৰতীয়মান হ'ল যে স্বাস্থ্যবান মানুহ দেশৰ সম্পত্তি, ৰোগীলোক দেশৰ এটা বোজাহে মাথোন; চৰকাৰৰ দায়িত্ব জনসাধাৰণক সুস্থকৈ ৰখা। লাহে লাহে বিভিন্ন ধৰণৰ ৰোগ নিবাৰক আৰু মংগলজনক আঁচনিৰ প্ৰৱৰ্তন হ'বলৈ ধৰিলে। উদ্দেশ্য—সাধাৰণ স্বাস্থ্যনীতিৰ ব্যৱস্থা, শিশু, মাতৃ, কৰ্মীসকলৰ মংগলৰ ব্যৱস্থা; নিবাৰ্য্যৰোগৰপৰা ৰক্ষাৰ ব্যৱস্থা। জাৰ্মানীয়ে ৮৮৩ চনত স্বাস্থ্যবীমাৰ ব্যৱস্থা কৰে; এই বিষয়ত জাৰ্মানীয়ে বাটকটীয়া। ইংলণ্ডত ১৯১১ চনত, ফৰাছী দেশত ১৯২৮ চনত এনে বীমাৰ ব্যৱস্থা কৰা হয়। গ্ৰেট বৃটেইনে ১৯৪৬ চনত ৰাষ্ট্ৰীয় স্বাস্থ্যসেৱা আইন (National Health Service Act, 1946) প্ৰণয়ন কৰে। ৰাছিয়া, স্পেইন আৰু নিউজিলেণ্ডত কম-বেছি পৰিমাণে স্বাস্থ্য ব্যৱস্থা সামাজিক (Socialism) ভিত্তিৰ ওপৰত স্থাপিত। ভাৰতত এমপ্লয়াৰচ ষ্টেট ইন্‌চিওৰেন্স স্কীম (Employers State Insurance Scheme, 1948) আৰু চেণ্ট্ৰেল গৱৰ্ণমেণ্ট হেলথ্ স্কীম (Central Government Health Scheme, 1954) প্ৰৱৰ্তন কৰা হৈছে।

---

## শুশ্ৰূষা-বিজ্ঞানৰ ইতিহাস

চিকিৎসা সন্দৰ্ভত শুশ্ৰূষা (Nursing)ৰ এটা নিজস্ব স্থান আছে। চিকিৎসকৰ পৰামৰ্শ অনুযায়ী ব্যৱস্থা গ্ৰহণ কৰা, ৰোগীৰ আলপৈচান ধৰা আৰু ৰোগীক আশ্বাসবাণী দিয়া এইবোৰ হৈছে চিকিৎসা-বিজ্ঞানৰ মুখ্য উদ্দেশ্য। চিকিৎসাৰ ফলাফল আৰু জনসাধাৰণৰ চিকিৎসাৰ ওপৰত বিশ্বাস এই দুয়োটা কথা শুশ্ৰূষাৰ লগত জড়িত।

ভাৰতবৰ্ষত বিখ্যাত শল্য-চিকিৎসক সুশ্ৰুতৰ লেখা কাগজপত্ৰত নাৰ্চৰ বিষয়ে উল্লেখ কৰা আছে। ধীৰ-স্থিৰ শক্তিশালী লোককহে ৰোগীৰ শুশ্ৰূষা কাৰ্যত নিযুক্ত কৰিব লাগে বুলি তেওঁ পৰামৰ্শ দিছিল।

অতীজৰ ৰোম সাম্ৰাজ্যৰ চিকিৎসা সন্দৰ্ভত ৰোগীৰ আলপৈচান ধৰিবলৈ ভৃত্য নিয়োগ কৰা হৈছিল; কিন্তু এনে ব্যৱস্থা কাৰ্যকৰী হোৱা নাছিল। ইয়াৰ পিছৰ কালত কেথোলিক আৰু প্ৰোটেষ্টান এই দুই ধৰ্মীয়গোষ্ঠীৰ লোকে পীড়িতক সহায় কৰিবৰ উদ্দেশ্যে নিজৰ স্বাৰ্থ ত্যাগ কৰি ৰোগীৰ শুশ্ৰূষাকাৰ্যত আত্মনিয়োগ কৰিছিল। এওঁলোকৰ



সংখ্যা অতি তাকৰ আছিল। খ্ৰীষ্টাব্দৰ আৰম্ভণি কালত ফেবিয়লা (Fabiola) নামৰ এগৰাকী মহিলাই ৰোমত হস্পিতাল স্থাপন কৰি ৰোগীক শুশ্ৰূষা কৰিছিল। আন এগৰাকী শুশ্ৰূষা কাৰ্যত নিজকে নিয়োগ কৰা মহিলা আছিল পইটিয়াৰৰ চেণ্ট ৰেড্‌গাণ্ড (St. Radegund of Poitiers); তেওঁৰ ৫৪৯ চনত মৃত্যু হৈছিল। ইটালীৰ নেপ্‌লচ নগৰৰ ৫৬ কিলোমিটাৰ দক্ষিণে অৱস্থিত চালের্ণো (Salerno) নামৰ ঠাইত নৱম শতিকাত এখন চিকিৎসা-বিজ্ঞান অনুষ্ঠান স্থাপিত হৈছিল। এই অনুষ্ঠানখন অতি বিখ্যাত আছিল। ইয়াতে ৰোগীক শুশ্ৰূষা কৰিবলৈ চালের্ণোৰ মহিলা (Ladies of Salerno) নামেৰে এটা সংস্থা গঠিত হৈছিল। এই সংস্থাৰ সভ্যসকল নাৰ্চ আছিল বুলি বহুতে ভাবে; কিন্তু বুৰঞ্জীবিদ বহুতো পণ্ডিতে এই সংস্থা চিকিৎসকসকলৰদ্বাৰা গঠিত আছিল বুলি মত প্ৰকাশ কৰে। সেই সময়ত নাইট্‌চ অৱ চেণ্ট জন (Knights of St. John) নামৰ এটা সংস্থা আছিল। এই সংস্থাত চিষ্টাৰচ অৱ চেণ্ট জন (Sisters of St: John) নামৰ এটা বিভাগ আছিল। ইয়াৰ সদস্যাসকল শুশ্ৰূষাকাৰিণী আছিল।

আচিচিৰ চেণ্ট ফ্ৰেন্‌চিচে (St. Francis of Assisi) ৰোগীৰ শুশ্ৰূষাৰ কাৰণে নিজকে উছৰ্গা কৰিছিল। তেওঁক ঈশ্বৰৰ নিছলা সামান্য লোক (Poor little man of

God) বোলা হয়। তেওঁৰ শিষ্য চেণ্ট ক্লাৰে (St. Clare) এজন বিখ্যাত ৰোগীৰ শুশ্ৰূষাকাৰী আছিল। তেওঁ ১২১২ চনত 'নিছলা ক্ল্যাৰেসকল' (Poor Clares) নাম দি এটা সংস্থা স্থাপন কৰিছিল। এই সংস্থাৰ সভ্যসকলে পীড়িত-সকলক বিশেষকৈ কুষ্ঠৰোগীসকলক শুশ্ৰূষা কৰিছিল। এই বিভাগৰ এটা গোষ্ঠী আছিল। এই গোষ্ঠীৰ লোকসকলে ঘৰ-গৃহস্থী কৰি ৰোগীৰ শুশ্ৰূষা কৰিছিল। হাংগেৰীৰ ভদ্ৰ মহিলা এলিজাবেথ এই গোষ্ঠীৰ সভ্য আছিল। তেওঁৰ নিঃস্বাৰ্থ কাৰ্যত সন্তুষ্ট হৈ চেণ্ট ফ্ৰেন্‌চিচে এলিজাবেথক এটা মুগাবৰণীয়া চোলা (Grey cloak) উপহাৰ দিছিল। তেতিয়াৰপৰা চেণ্ট এলিজাবেথৰ সভ্যাসকলক মুগাবৰণীয়া সন্যাসিনী (Grey nun) বোলা হয়। চিয়েনাৰ কেথেৰিণ আন এগৰাকী স্বাৰ্থত্যাগী শুশ্ৰূষাকাৰিণী আছিল। তেওঁ শুশ্ৰূষা অনুষ্ঠানৰ মূৰবী (Patron Saint of nursing) বুলি গণ্য কৰা হয়। তেওঁৰ জন্ম হৈছিল ১৩৪৭ চনত। লীজৰ বিচপ লাম্বাৰ্ট দি বেগুৱে (Lambert de Begue) ১১৮০ চনত বেগুইন সংস্থা স্থাপন কৰিছিল। এই সংস্থাৰ সভ্যাসকলে বিয়া কৰাব আৰু সম্পত্তি ৰাখিব পাৰিছিল। জাৰ্মানীৰ বেগুইন সংস্থাৰ নাৰ্ছসকলে নীলা পোছাক পৰিধান কৰিছিল কাৰণে তেওঁলোকক নীলা সন্যাসিনী (Blue nun) বোলা হৈছিল। পেৰিছৰ হোটেল ডিউ (Hotel Dieu) হস্পিতালৰ নাৰ্ছসকল ধৰ্মনিৰপেক্ষ আছিল।



তেওঁলোকৰ নিয়মানুবৰ্তিতা কঠোৰ আছিল। চেণ্ট ভিনচেণ্ট দি পলে (St. Vincent de Paul) ১৬১৭ চনত দয়াশীল ভনী সম্প্ৰদায় (Sisters of Charity) গঠন কৰিছিল। তেওঁলোকে কোনো ব্ৰত সংকল্প ল'ব নালাগিছিল। এই বিষয়ত তেওঁলোক বেগুইনসকলৰ দৰে আছিল।

১৭৫০ চনৰ পিছৰপৰা হস্পিটাল সেৱাৰ সম্প্ৰসাৰণ দ্ৰুতগতিত হৈছিল। লগে লগে নাৰ্ছৰ প্ৰয়োজন বাঢ়িছিল। কেথোলিক আৰু প্ৰোটেষ্টাণ্ট সম্প্ৰদায়ৰ নাৰ্ছৰ সংখ্যা প্ৰয়োজন অনুপাতত কম হোৱাৰ কাৰণে তিৰোতা-সহায়িকা বা ভৃত্য-নাৰ্ছক ৰোগীৰ শুশ্ৰূষাৰ কাৰণে নিযুক্তি দিয়া হৈছিল। তেওঁলোকৰ সৰহভাগৰেই কোনো শিক্ষা বা ৰোগী শুশ্ৰূষাৰ প্ৰতি অনুৰাগ নাছিল। ফলত এই শ্ৰেণীৰ সহায়িকাই শুশ্ৰূষা অনুষ্ঠানৰ সন্মান লাঘৱ কৰিছিল। বিশেষভাৱে অশোভনীয় আৰু অসন্মান-জনক অৱস্থা লণ্ডন চহৰত পৰিলক্ষিত হৈছিল। ১৮৫৭ চনত লণ্ডন টাইমচ্ (London Times) নামৰ কাকতে এনেদৰে মন্তব্য দিছিল: "Lectured by Committees, preached at by Chaplains, scolded on by treasurers and stewards, scolded by matrons, sworn at by surgeons, bullied by dressers, grumbled at and abused by patients, in-

sulted if old and ill-favoured; tempted and seduced if young and well-looking— They are what any woman might be under the circumstances".

ইউৰোপৰ শুশ্ৰূষাকাৰিণীসকলৰ সমাজত স্থান লণ্ডনৰ নাৰ্ছসকলৰ দৰে অপমানজনক নাছিল। অষ্টাদশ শতিকাত ধৰ্মনিৰপেক্ষ বা সাধাৰণ নাৰ্ছৰ শিক্ষাৰ কাৰণে আন্দোলন হৈছিল আৰু ১৭৮১ চনত ডাঃ ফ্ৰানজ্ মেৰ (Dr. Franz May) প্ৰাৰম্ভিকতাত মেনহিমত (Mannheim) নাৰ্ছৰ শিক্ষা নিয়মিত পৰিক্ৰমা অনুসৰি ব্যৱস্থা কৰা হৈছিল। ধৰ্মানুষ্ঠানৰ নাৰ্ছসকলে আৰ্থিক সংগতি থকা বা চৰকাৰী হস্পিটালত নিযুক্তি পাইছিল। তেওঁলোকৰ মূখ্য উদ্দেশ্য আছিল পীড়িতজনক সেৱা কৰা। অৰ্থাগম তেওঁলোকৰ মুখ্য উদ্দেশ্য নাছিল; কিন্তু সাধাৰণ নাৰ্ছসকলে বেচৰকাৰী আৰ্থিক অকূলন অৱস্থাৰ হস্পিটালতহে নিযুক্তি পাইছিল। ৰোগীৰ সেৱাতকৈ জীৱিকা উপাৰ্জনেইহে তেওঁলোকৰ মুখ্য উদ্দেশ্য আছিল। সেই সময়ত নাৰ্ছসম্প্ৰদায়টো বৃত্তি পৰ্যায়ত গণ্য কৰা হোৱা নাছিল। ফলত সাধাৰণ নাৰ্ছসকলে শুশ্ৰূষা কাৰ্য পৰিত্যাগ কৰিছিল। উনবিংশ শতিকাৰ মাজভাগত জাৰ্মানীত আৰু আমেৰিকাত প্ৰোটেষ্টাণ্ট্ আৰু আয়াৰলেণ্ডত কেথোলিক গীৰ্জাই নিম্নস্তৰৰ যাজকসকলক লৈ (Deaconess) নাৰ্ছ সংস্থা স্থাপন কৰিছিল। ১৮৩৬ চনত যাজক



ফ্লিড্নৰে (Theodore Fliedner) নিম্নস্তৰৰ যাজকসকলক নাৰ্ছৰ শিক্ষা দিবলৈ স্কুল পাতিছিল। সেই স্কুলত ইংলণ্ডৰ ফ্লোৰেন্স নাইটিংগেলে (Florence Nightingale 1823-1910) শিক্ষা গ্ৰহণ কৰিছিল। শিক্ষা সাং কৰি তেওঁ ক্ৰিমিয়ান যুদ্ধত অতি নিঃস্বাৰ্থ, নিৰ্ভীকভাৱে নিজ সম্প্ৰদায়ৰ সন্মান অটুট ৰাখি যুদ্ধত আঘাতপ্ৰাপ্ত সৈনিকসকলক শুশ্ৰূষা কৰিছিল। তেওঁৰ কৰ্মনিষ্ঠাই নাৰ্ছসম্প্ৰদায়ৰ সন্মান উচ্চ খাপলৈ আনিলে। যুদ্ধৰপৰা ঘূৰি যোৱাৰ পিছত জনসাধাৰণে বৰঙণি তুলি লণ্ডনৰ চেণ্ট টমাচ (St. Thomas) হস্পিতালত নাইটিংগেলৰ শুশ্ৰূষাৰ পদ্ধতি প্ৰৱৰ্তন কৰি এটা নাৰ্ছৰ বিভাগ খুলিলে। নাইটিংগেলৰ অহোপুৰুষাৰ্থৰ ফলত বৈজ্ঞানিক পদ্ধতিৰ পাঠ্যক্ৰম অনুসৰি নাৰ্ছক শিক্ষা দিয়াৰ ব্যৱস্থা হ'ল আৰু শুশ্ৰূষাকাৰ্য বৃত্তি হিচাপে পৰিগণিত হ'ল। তেওঁৰ চেষ্টাতেই হস্পিতালসমূহ আৰ্থিক অৱস্থাত টনকিয়াল হৈ উঠিল আৰু ইয়াৰ পৰিচালনা উন্নত হ'ল। ধৰ্মনিৰপেক্ষ নাৰ্ছসকলে যথোচিত উপাৰ্জন কৰিবলৈ সক্ষম হ'ল। সমাজত নাৰ্ছসকলৰ সন্মান বাঢ়িবলৈ ধৰিলে। ভদ্ৰ বংশৰ লোকে নাৰ্ছ হ'বলৈ আগুৱাই আহিল এই সন্দৰ্ভত আমেৰিকাৰ ডোৰোথি ডিক্চৰ [Dorothe Dix] নাম উল্লেখযোগ্য। তেওঁ ফ্লোৰেন্স নাইটিংগেলৰ দৰে আমেৰিকাত নাৰ্ছৰ সংস্থা স্থাপন কৰিছিল। তেৱেঁই আমেৰিকাত প্ৰথম সাধাৰণ নাৰ্ছসেৱা স্থাপনকৰ্তী। প্ৰেচিডেণ্ট লিনকনে ডিক্চক

যুক্তৰাষ্ট্ৰৰ সৈন্যবিভাগৰ নাৰ্ছসকলৰ অধীক্ষক পদত অধিষ্ঠিত কৰিছিল। ১৮৭৩ চনৰ পিছৰপৰা যুক্তৰাষ্ট্ৰত নাৰ্ছৰ শিক্ষা নিয়মিতভাৱে বৈজ্ঞানিক পদ্ধতিত হ'বলৈ ধৰিলে। বেলেভিউ হস্পিতেলত [Bellevue Hospital] নাৰ্ছৰ প্ৰথম স্কুল স্থাপিত হৈছিল।

বৰ্তমান নাৰ্ছসম্প্ৰদায় চিকিৎসা ব্যৱস্থাৰ এটা এৰিব নোৱৰা অংগবিশেষ আৰু বিভিন্ন সংঘ সন্মিলনৰ যোগেদি ই এটা শক্তিশালী অনুষ্ঠান হৈ গঢ়ি উঠিছে।

---

অভিনয় শেষ হ'লে আয়ুবেলি মাৰ গ'লে
থৈ যাব পাৰোঁ খোজ সময়-বালিত ॥

